# সাহিত্য।

সপ্তম ভাগ।

[ ইংৰাজী স্কুলৰ ৭ম মান শ্ৰেণীৰ বাবে ]



শ্ৰীহৰিনাৰায়ণ দত্ত বৰুৱা।



দ্বিতীয় সংস্কৰণ।

১৯২৯

বেচ ৷৵০ অনা মাত্ৰ

# নিবেদন।

যোৱা ১১।৪।২৮ তাৰিখৰ শিক্ষা-বিভাগৰ জাননী মতে ইংৰাজী আৰু অসমীয়া স্কুলৰ ৬ষ্ঠ মান শ্ৰেণীৰ পাঠোপযোগী কৰি এই "সাহিত্য"খনি যুগুত কৰা হল। ইয়াৰ ভিতৰৰ কিছুমান প্ৰবন্ধ আমাৰ "সাহিত্য পাঠ" নামৰ পুথিৰ, বাকীখিনি নতুনকৈ লিখা আৰু সংগ্ৰহ কৰা।

আসাম উপত্যকাৰ পুথি-বছা সভাই ৬ষ্ঠ মান শ্ৰেণীৰ বাবে যিবোৰ পদ্য বাছি দিছে, সেইবোৰ এই সাহিত্যৰ ভিতৰত দিয়া হৈছে।

গদ্য আৰু পদ্য ৰচকসকলে সিবিলাকৰ মূল্যবান্ ৰচনা আমাক গ্ৰহণ কৰিবলৈ অনুমতি দিয়াত আমি নথৈ আনন্দ পাইছোঁ; সিসকলে অনুগ্ৰহ কৰি অনুমতি নিদিলে আমি ইমান কম সময়ৰ ভিতৰত এই কাম কৰিবলৈ সমৰ্থ নহলোঁহেঁতেন। সেই কাৰণে সিবিলাকৰ দয়া আৰু উদাৰতাক অশেষ ধন্যবাদ দি আমাৰ কৃতজ্ঞতা জনালোঁ।

এই পুথিখনি ছপাখানালৈ পাঠোৱাৰ আগতে শ্ৰদ্ধাস্পদ পণ্ডিত শ্ৰীযুত উমাকান্ত মিশ্ৰ ব্যাকৰণতীৰ্থ মহাশয়ে এবাৰ চকু ফুৰাই চাই দিছিল। আৰু আমাৰ নৰ্ম্মালস্কুলৰ এঃ চুপাৰিণ্টেডেণ্ট শ্ৰদ্ধাস্পদ শ্ৰীযুক্ত মুক্তালাল কাঠবৰুৱা মহাশয়ে নানা প্ৰকাৰে আমাক উৎসাহ দিছিল, সেই কাৰণে এই দুইজনা সদাশয় পুৰুষকো আমি অশেষ ধন্যবাদ জনালোঁ।

১লা ভাদ্ৰ—শুক্লা দ্বিতীয়া
১৮৫০ শক। যোৰহাট

বিনীত
শ্ৰীহৰিনাৰায়ণ দত্ত বৰুৱা

# দ্বিতীয় বাৰৰ বক্তব্য।

মহামান্য ডাইৰেক্টৰ চাহাব বাহাদুৰে এই সাহিত্য ভাগ যোৱা বছৰ পাঠ্য লিষ্টভুক্ত কৰাত তেখেতৰ প্ৰতি ধন্যবাদ জনোৱা হল।

এই সাহিত্য ভাগ ৭ম মান শ্ৰেণীৰ বাবে মঞ্জুৰ কৰা দেখি "সাহিত্য ৬ষ্ঠ ভাগ" নাম পৰিবৰ্ত্তন কৰি "সাহিত্য ৭ম ভাগ" থোৱা হল।

এইবাৰ পুথিখনিৰ পাঠবোৰৰ ক্ৰম অলপ সলনি কৰা হল; আৰু কেইটামান কোমল পাঠ ইয়াৰপৰা নি ৬ষ্ঠ ভাগ সাহিত্যত দিয়া হল। এই কাৰ্য্যত পুথিৰ আঁকাৰ আগতকৈ অলপ সৰু হোৱা দেখি তাৰ মূল্য দুই অনা কম কৰা হল।

পাঠকৰ তৃপ্তিৰ অৰ্থে এই সংস্কৰণত কেইখন মানচিত্ৰ দিয়া হল; আৰু পুথিখনৰ শেষত "পৰিশিষ্ট" নাম দি পুথিত ব্যৱহাৰ কৰা কঠিন শব্দ আৰু বাক্যাংশত অৰ্থ আৰু বিশিষ্ট পুৰুষৰ পৰিচয় দিয়া হল।

যোৰহাট
২৮ এপ্ৰিল, ১৯২৯ চন।

বিনীত
শ্ৰীহৰিনাৰায়ণ দত্ত বৰুৱা

# সূচী।

# সাহিত্য

## সপ্তম ভাগ



### স্তুতি ।

তুমি পৰমাত্মা জগতৰ ঈশ এক ।
একো বস্তু নাহিকে তোমাত ব্যতিৰেক ॥
তুমি কাৰ্য্য-কাৰণ সমস্ত চৰাচৰ ।
সুবৰ্ণে কুণ্ডলে যেন নাহিক অন্তৰ ॥
তুমি পশু-পক্ষী সুৰাসুৰ তৰু-তৃণ ।
অজ্ঞানত মূঢ়জনে দেখে ভিন ভিন ॥
তোমাৰে সে মায়ায়ে মোহিত সৰ্ব্বক্ষণে ।
তুমি আত্মা তোমাক নাজানে একোজনে ॥

# সাহিত্য

সমস্ত ভূতৰ তুমি আছা হৃদয়ত।
তত্ত্ব নাপাই তোমাক বিচাৰে বাহিৰত ॥
তুমিসে কেৱল সত্য মিছা সবে আন।
জানি জ্ঞানীগণে কৰে হৃদয়ত ধ্যান ॥
নমাগোহোঁ সুখ-ভোগ নালাগে মুকুতি।
তোমাৰ চৰণে মাত্ৰ থাকোক ভকতি ॥
মুখে লক নাম মোৰ কৰ্ণে তব কথা।
হৃদয়ত পাদপদ্ম থাকোক সৰ্ব্বথা ॥
সজ্জনৰ সঙ্গ সুগুচক সৰ্ব্বক্ষণে।
এতেক প্ৰসাদ মাগো তোমাৰ চৰণে ॥



# ছয় ঋতু।

বছৰত ছটা ঋতু। বহাগৰপৰা চ'তলৈকে বছৰৰ বাৰ মাহক সমানে ছয় ভাগ কৰি এক এক ভাগক একোটা ঋতু বোলে। বহাগ জেঠ গ্ৰীষ্ম; আহাৰ-শাওণ বৰ্ষা; ভাদ-আহিন শৰৎ ইত্যাদি ক্ৰমে দুই দুই মাহে এক এক ঋতু। ক্ৰম অনুসাৰে গ্ৰীষ্ম ঋতু সকলোৰে প্ৰথম, তাৰ পাচত বৰ্ষা, তাৰ পাচত শৰৎ, তাৰ পাচত হেমন্ত, তাৰ পাচত শীত, আৰু সকলোৰে শেষত বসন্ত ঋতু পৰে। ঋতুবোৰৰ নাম যেনে ভিন্ ভিন্, লক্ষণো তেনে ভিন্ ভিন্। গ্ৰীষ্ম ঋতুত জহ আৰু বৰ্ষাত বৰষুণ হয়। শৰৎ ঋতুত নদীৰ পানী, গছৰ পাত শুকাই যায়। হেমন্তত হিম পৰে আৰু গছ-লতা, হাবি-বন সকলো বাঢ়িবলৈ এৰি মুজুৰা পৰি থাকে। শীতত সকলো চেঁচা পৰি ঠেৰেঙা হয়। বসন্তত সকলো বস্তুৱেই ঠন ধৰে, গছে ফুল মেলে আৰু পাত ধৰে; এই ঋতুত প্ৰকৃতি ফল-ফুলেৰে একেবাৰেই জাতিষ্কাৰ হৈ পৰে।

কালৰ যেনে ঋতু আছে, শৰীৰৰো তেনে ঋতু আছে। কিন্তু শাৰীৰিক ঋতুৰ ক্ৰম বেলেগ। শৰীৰত সৰ্ব্ব প্ৰথম বৰ্ষা ঋতুৰ আগমন হয়। বৰ্ষাত যেনে বৰষুণৰ পানীয়ে সকলো ঠাই বোকা কৰি ঘিণ লগা আৰু লেতেৰা কৰে, সেইদৰে কেচুৱা কালত মানুহেও দিনটোৰ ভিতৰত এক-কম-একুৰি বাৰ ক্ষুদ্ৰ শৌচ আৰু বৰ শৌচ কৰি লেতেৰা হৈ থাকে। বৰ্ষাত মেঘৰ ঢেৰেকনি আছে, সেইদৰে কেচুৱাৰ চেৰেপা কাণত-তাল-লগা

কান্দোন আছে। বৰ্ষাত নেৰা-নেপেৰা কেন-কেনীয়া বৰষুণ হয়, কেচুৱায়ো শাওণ-বৰষুণৰ নিচিনা সৰু-সূতা কটা যেন কুন কুন ঘুন ঘুন কৰি কান্দি থাকে। পৃথিবীত বৰ্ষাৰ অধিকাৰ দুমাহ মাথোন, কিন্তু শৰীৰত অনেক দিন।

বৰ্ষা উকলি গলে শৰীৰত গ্ৰীষ্ম পৰে—অৰ্থাৎ লৰাই ফুকলীয়া অৱস্থা এৰাই চেমনীয়া হলে তাৰ তেতিয়া গ্ৰীষ্ম কাল হয়। গ্ৰীষ্ম কালৰ জহত মানুহে যেনে ছটফটাই থাকে, চেমনীয়া লৰাও সেইদৰে ছটফটাই থাকে; এক্ষন্তক শাঁত গৈ থাকিব নোৱাৰে; পোক-লগা গৰুৰ নিচিনা ধৰফৰাই ফুৰে। চিঞৰি, চেকুৰি, জপিয়াই নিজে নিজে সি হাৰাশাস্তি হয়। গ্ৰীষ্ম ঋতুত ৰ'দ চোকা হয়, আৰু ছাতা বা জাপি লগত নোলোৱাকৈ ক'লৈকো যাব নোৱাৰি। চেমনীয়া লৰাকো লগৰীয়া-ৰূপী জাপি লগত নিদিয়াকৈ ক'লৈকো এৰি দিব নোৱাৰি।

যৌৱন জীৱনৰ বসন্ত কাল; এই কালত পৃথিবী ফুলে-পাতে জাতিষ্কাৰ হয, বসন্তত কাঁইটীয়া বাঁহনিও শুৱনি হয় আৰু তিনিশ-বাৰ-কুৰি খোৰোং থকা, ওঠৰ কুৰি টেমুনা ওলোৱা ধোন্দোল গছো ধুনীয়া হয়। সেইদৰে গাভৰু কালত কুঁজা-কুঁজী, ফেঁচা-ফেঁচী, অন্ধলা আন্ধলী, ধেন্দেলা-ধেন্দেলী, শেঙনটেপা শেঙনটেপী, পেটুৱা, পেটুলী, খৰে-খোৱা, ফাপৰে-ধৰা ইত্যাদি নৰনাৰী সকলোৱে ন ৰূপ ধৰি চিলচিলীয়া হয়; তেজৰ বেগ তীব্ৰ হয় আৰু নতুন বৰণ ধৰে। বসন্ত ঋতুত পৃথিবীৰ জীৱ-জন্তু সকলো আনন্দত উত্তলি উঠে। যৌৱনতো সেইদৰে মানুহ আনন্দ-বিভোল হয়।

বসন্ত উকলি গলে জীৱনত হেমন্ত কাল পৰে। হেমন্ত ঋতুত পৃথিবীৰ তৰু, লতা, বন, পৰ্ব্বত সকলো হিমৰ তাপত নিশ্চল হয় আৰু বাঢ়ন এৰে। জীৱনৰ হেমন্তও ঠিক তেনেকুৱা। এই কালত মানুহৰ তেজ-শক্তিৰ বঢ়া টুটা নাই, সকলো ঠিৰ মাৰে। শৰীৰৰ হেমন্ত বৰ দীঘল। হেমন্ত কালেই মানুহৰ কাৰ্য্যৰ কাল, হেমন্ত কালেই জীৱনৰ প্ৰধান কাল, বসন্তৰ উদ্ধতালিৰ পাৰত হেমন্তৰ গহিনালি উপস্থিত হয়। এই কালত মানুহ উতনুৱা গুচি গম্ভীৰ হয়, খৰ গুচি ধীৰ হয় আৰু উগ্ৰ গুচি মৃদু হয়। পৃথিবীত যেনেকৈ হেমন্ত কালত ছেগা-চৰোকা ৰ'দ আৰু বৰষুণ হৈ বতৰ ঘনেপতি পৰিবৰ্ত্তন নহয়, শৰীৰৰো সেইদৰে হেমন্ত কালত কোনো ৰূপ পৰিবৰ্ত্তন নহয়। আজি টপটপীয়া, কালি লেৰেলা এনেকুৱা পৰিবৰ্ত্তন জীৱনৰ গ্ৰীষ্ম-বৰ্ষাত হে দেখা যায়।

হেমন্তৰ অন্তত জীৱনৰ শৰৎ ঋতু পৰে। পৃথিবীৰ শৰৎ শুকনিৰ কাল। শৰীৰৰ শৰতো শুকনিৰ কাল। তেতিয়া শৰীৰৰ সকলোৱে শুকনি ধৰে। লোদোৰা হাত ভৰি শুকাই গৈ ঠাৰি যেন হয়, গাৰ মঙহ শুকাই গৈ সোতৰা পৰে, চিকচিকীয়া দাঁত সৰি সোলা হয়, চুলি পকি বগা হয় আৰু নিপোটল গাল শুকাই গৈ মুখৰ কাষত দুটি পুখুৰী ওলায়। চকু কোটৰত সোমায় আৰু ললিত মাতৰ সুৰ ভাগি কঠুৱা হয়। পৃথিবীৰ শৰৎ ঋতুত নৈ-বিল পুখুৰী আদি শুকাই টটঙ্গা হয়; সেইদৰে শৰীৰৰো ৰস-তেজ শুকাই যায়।

শৰতৰ অন্তত শৰীৰৰ শীত আৰম্ভ হয়। শৰীৰৰ এই ঋতুক

মৃত্যু বোলে। মৃত্যুৰ শীতত তপত শৰীৰ ঠেৰেঙা হয়, চলন্ত শৰীৰ অচল হয়। পৃথিবীৰ শীতত মানুহে লৰ-চৰ কৰিব নোৱাৰে, কিন্তু শৰীৰৰ শীত ঋতু ইমান টান, যে তেতিয়া মানুহৰ লৰ-চৰ কৰিবৰ ক্ষমতা একেবাৰে লয় পায়। এই ঋতুতে কোনোৱে ভেঁকুলীৰ নিচিনা মাটিৰ তলত ঠাই লয়; কোনোৱে বা অগ্নিকুণ্ডত প্ৰবেশ কৰে। কিন্তু শীতৰ প্ৰতিকাৰ কোনো ঠাইত নাপায়; যেনে শীত তেনেই থাকে। শৰীৰৰ শীত ঋতুৰ প্ৰতিকাৰ আজি-লৈকে কোনেও আবিষ্কাৰ কৰিব পৰা নাই। অনন্ত কাল মাটিৰ হেঁচাত থাকিও বা জুইত সমূলঞ্চে দগ্ধ হৈও চেঁচা শৰীৰ তপত হব নোৱাৰে। পৃথিবীত শীত গৈ ঘূৰি আকৌ বসন্ত পৰে। কিন্তু শৰীৰৰ শীত গৈ আকৌ বৰ্ষা নপৰে। কোনো কোনো লোকে পৰে বুলি কয়, কিন্তু প্ৰমাণৰ অভাৱত তাক আমি শপত খাই সঁচা বুলিব নোৱাৰোঁ।



# সত্য।

সত্যই মানুহক শান্তি দিয়ে, সাহ দিয়ে আৰু সমাজত আদৃত কৰে। সত্যপ্ৰিয় লোকৰ কথাত স্ফূৰ্ত্তি আৰু চকুত জ্যোতি প্ৰকাশ পায়।

দ্বন্দ্ব-হাই, মেল-মোকৰ্দ্দমা, যুজ-বাগৰ আদিৰ মূলত অসত্য; জাতিৰ অধঃপতনৰ গুৰিও অসত্যই। জগতত যিমান অশান্তি ঘটিব ধৰিছে, সেইবোৰৰ মূল সত্য গোপনৰ বাহিৰে অন্য নহয়।

সত্য লুকায় মানুহে ভয়ত। ছাত্ৰই শিক্ষকৰ শাস্তিলৈ ভয় কৰি মিছা কয়, সন্তানে পিতৃ-মাতৃৰ গালিলৈ ভয় কৰি সত্য নকয়, গাঁৱৰ মানুহে সমাজৰ দণ্ডলৈ ভয় কৰি মিছা কয়।

কিছুমানে কয় "মিছা নকলে চলিব নোৱাৰি"; আচলতে কিন্তু এই কথাৰ একো অৰ্থ নাই। দোষ স্বীকাৰ কৰি শাস্তি গ্ৰহণ কৰি নিৰ্ভাব হৈ থকা ভাল, নে মিছা কৈ সদায় শঙ্কিত হৈ থকা ভাল? তুমি যেনেবা শিক্ষক, পিতা-মাতা বা সমাজৰ ওচৰত কিবা অগৰ কৰিলা, তাক তুমি সহজভাৱে স্বীকাৰ কৰিলেই দেখো তোমাৰ মন পাতল হৈ যায়; অৱশ্যে দোষ স্বীকাৰ কৰাত তোমাক গুৰুজনে শাস্তি দিব পাৰে, সমাজৰ ওচৰত তুমি ঘৃণা বা লাজ পাব পাৰা, নাইবা তোমাৰ অৰ্থ হানি হব পাৰে, কিন্তু তুমি যে তাৰ ফলত আগলৈ সাৱধান হবা,—তুমি বাধ্য হৈ নিৰ্দ্দোষ হবলৈ যে যত্ন কৰিবা? তোমাৰ

ইচ্ছা ভাল হোৱাটো নে বেয়া হোৱাটো? মনে-চিত্তে যদি তুমি তোমাৰ মঙ্গল আকাঙ্ক্ষা কৰা, তেন্তে দোষ স্বীকাৰ কৰি সাহ দেখুৱাবলৈ পৰাঙ্মুখ নহবা।

অসাৱধানে কাম কৰাত আৰু কথা কোৱাত আমাৰ দোষ ঘটে; কিন্তু কেইবাৰ মান দোষ স্বীকাৰ কৰি দণ্ড গ্ৰহণ কৰিলেই কথাত আৰু কামত সাৱধান হবলৈ আমি বাধ্য হওঁ। ইয়াক কৰিবলৈ আমাক সাহ লাগে; আমি কেইদিনমান যদি শাস্তিলৈ ভয় নকৰি দোষ স্বীকাৰ কৰিবলৈ ধৰোঁ, তেন্তে মনলৈ কোনো ৰকমৰ ভয় আহিব নোৱাৰে—পৱিত্ৰতাৰ পথতো আমি ক্ৰমে আগ বাঢ়িবলৈ ধৰোঁ। ইয়াকে নকৰি অৰ্থ হানিৰ ভয়ত বা অপমানৰ ভয়ত যদি আমি সঁচা লুকাওঁ, তেন্তে দেখাত আমি ঐশ্বৰ্য্যশালী হব পাৰোঁ, সমাজৰ চকুত ভাল বোলাব পাৰোঁ আৰু প্ৰশংসাও পাব পাৰোঁ, কিন্তু আমাৰ অন্তৰ সদায় শঙ্কাযুক্ত আৰু অশান্তিৰ বাহ হব। ইয়াৰ উপৰি এটা মিছা ঢাকিবলৈ শ আযাৰ মিছা কথা জোৰা দিব লাগিব। এইদৰে মিছাত প্ৰবৰ্ত্তন কৰাৰ ফলত নিজৰ অন্তৰৰ ডাঙৰ ভাববোৰ লাহে লাহে আতৰি যাব। শাকনিত বন-পাত বেচি হলে শাকপুলি বাঢ়িব নোৱাৰে, অসত্যৰ পৰিমাণ বেচি হলেও হৃদয়ৰ কোমল ভাববোৰ হৃদয়তে লুকায়।

অসত্যত চলা মানুহে সত্যত চলিবলৈ আগ বাঢ়োঁতে প্ৰথমতে তেওঁৰ বাহ্যিক ক্ষতি হব পাৰে, কিন্তু পাচলৈ অন্তৰ পৱিত্ৰ হোৱাৰ লগে লগে সংসাৰিক অৱস্থাও তেওঁৰ উন্নত হৈ উঠে। সত্যপ্ৰিয়

লোক সমাজৰ আদৰ্শ, জগতৰ আদৰ্শ ; যি সমাজত সত্যৰ আদৰ বেচি সেই সমাজৰেই উন্নতি। সত্যাগ্ৰহৰ ফলতেই ভাৰতে এদিন উন্নতিৰ শীৰ্ষস্থান লাভ কৰিছিল ; কিন্তু যেতিয়াৰ পৰা ইয়াত সত্যৰ প্ৰতি শ্ৰদ্ধা কমিব ধৰিলে, তেতিয়াৰ পৰাই অধঃপতনৰো আৰম্ভ হল।

সভ্য জগতত "তুমি মিছা কৈছা" এই আষাৰ প্ৰধান গালি। এনে গালিৰ ফলত পৰস্পৰৰ ভিতৰত দ্বন্দ্বযুদ্ধ, মেল-মোকৰ্দ্দমা পৰ্য্যন্ত হয় ; কিন্তু আজি আমাৰ ভাৰতৰ ঘৰে ঘৰে উন্নত অনুন্নত সকলো শ্ৰেণীৰ ভিতৰত এই নিচিনা হাজাৰ হাজাৰ গালি চলিছে, তাতে আমাৰ ভ্ৰূক্ষেপ নাই—এইবোৰ আমি চলিত কথা বুলিহে ধৰো। আজি কিমান বিদেশীয়ে আহি আমাৰ মুখৰ আগতে "মিছলীয়া" বুলি গালি পাৰিছে, আমাৰ চৈতন্য হোৱা নাই। মিছা, ফাঁকি-প্ৰবঞ্চনাৰ জনক ; ইয়াকে বুজি উন্নত বিদেশীয়ে আমাৰ সঙ্গ নলয়, কোনো কোনো সময়ত খোলা-খুলিকৈ ঘৃণাও প্ৰকাশ কৰে, আমি কিন্তু তাক বিনা আপত্তিতে সহ্য কৰিব লগাত পৰিছোঁ।

আমাৰ কিছুমানে ধেমালিত মিছা কয় ; তেওঁলোকে ভাবে— যি মিছাত নিজৰ বা আনৰ অনিষ্ট নহয়, সেই মিছাত দোষ নাই। কিন্তু এই 'মিছা'ও মিছা ; ই দেখাত একো অপকাৰ নকৰিলেও কওঁতাৰ এটা কু-অভ্যাস সৃষ্টি কৰে ; আৰু এই অভ্যাসৰ ফলত পাচলৈ মানুহৰ মিছাৰ প্ৰতি ঘৃণা কমি যায়—মিছাকথা জিভাত নবজা হয়।

কিছুমানে মিছাক শাসনৰ যন্ত্ৰৰূপেও কোনো কোনো সময়ত ব্যৱহাৰ কৰা দেখা যায়। তেওঁলোকে কয়—দেশ শাসন কৰা, সমাজ শাসন কৰা বা কোনো কাম চলোৱাত সঁচা কলে সকলো সময়তে সুবিধা নঘটে ; তেনে স্থলত সঁচা নোকোৱাই শাসনৰ নীতি। আচলতে কিন্তু এই নীতি অলঙ্কাৰ পিন্ধোৱা এটা মিছাহে। "মিছা কথাৰ ঠেং চুটি" ; পিতলক সোণ বুলি কিমান দিন চলাবা! তোমাৰ ঘূৰাই-পকাই কোৱা মিছাই পোনতে নীতি বুলি দেখা দিব পাৰে, আৰু তাৰ ফলত তুমি উপস্থিত জুলুমৰ হাত সাৰিব পাৰা, কিন্তু পাচত তাৰ অস্থায়ী অলঙ্কাৰ খহি পৰিব, তেতিয়া ই মিছাতকৈও তোমাক সমাজত হীন কৰিব।

কুইনাইনে চেনিৰ গুণ লব নোৱাৰাৰ দৰে মিছাই মানুহক কোনো অৱস্থাতে তৃপ্তি দিব নোৱাৰে। চেনিৰ আৱৰণ দিয়া কুইনাইনৰ বড়ী মুখত দিয়াত পোনতে মিঠা লাগে সঁচা, কিন্তু পৰক্ষণতেই কুইনাইনৰ তিতা গুণ জিভাই ধৰিব পাৰে। এতেকে কোনো অৱস্থাতে মিছাক আশ্ৰয় লোৱা অযুগুত।



# ভাৰতজননী।

হিমালয় অঞ্চলত প্ৰকৃতি কানন,—
আছে শোভি ফলে-ফুলে নানা তৰুহৰ,
সদায় বলিছে তাত কোমল বতাহ,
আছে য'ত সুখ-স্থান ইহ জগতৰ।
ইথানত আছে বহি ভাৰতজননী,—
দুয়োটি সন্তানে যাৰ শোভিছে কোলাত,
দুহাতে ধৰিছে তেওঁ দুইকো সাৱটি
লভিছে সন্তোষ আজি যাৰ যশস্যাত।
কৰিছে চেনেহ তেওঁ দুয়োকো সাদৰে,
ওচৰ চপাই ধৰি বুকৰ কোষত,
লাহে লাহে দুয়োটিক বুলিছে বচন,
সাদৰি বুজনি মেলি, অপাৰ সুখত।
"শুনা আজি বোপাইঁত, শুনা কাণ পাতি,-
নকৰিবা বিসম্বাদ দুয়োটি সমান,
উমলিবা একেলগে, গাবা একে সুৰে,
নাচিবা দুয়োটি মিলি ধৰি একে তান।

"পাহৰাঁ এতিয়া আৰু বেলেগ স্বভাৱ,
সহোদৰৰূপে দুয়ো হোৱাঁ পৰিচিত,
ধৰাঁ ধৰাঁ দুযোটিয়ে দুয়োকো সাৱটি,
একেলগ হই সাধাঁ আপোনাৰ হিত ॥"



# আকবৰ।

চেৰ চাহৰ লগত যুঁজ কৰি হুমায়ুন বাদচাহ পৰাস্ত হৈ পলাই ফুৰোঁতে, ১৫৪১ খ্ৰীষ্টাব্দত হামীদাক বিবাহ কৰে। পলৰীয়া হৈ হুমায়ুনে মহিষীৰে সৈতে অতি কষ্টে ৰাজপুতনাৰ মৰুভূমি পাৰ হৈ অমৰকোট পাওঁতেই পূৰ্ণগৰ্ভা বেগমৰ প্ৰসৱ-বেদনা উপস্থিত হল; সেই ঠাইতে ১৫৪২ চনত জগদ্বিখ্যাত আকবৰ ওপজে। ইয়াতো থকা নিৰাপদ নাভাবি হুমায়ুনে সসন্তান ৰাজমহিষীক লৈ কাবুল ওলাল গৈ; তাত লৰা-তিৰোতাক নিজ সহোদৰ কামৰাণৰ 'জিম্মাত' ৰাখি নিশ্চিন্ত হৈ চাহ টমাস্পৰ শৰণাগত হল। পাৰস্যাধিপতিক সন্তুষ্ট কৰিবৰ মনেৰে হুমায়ুনে চিয়া-মত গ্ৰহণ কৰি পাৰস্যদেশত ১৪ বছৰ থাকে।

ইতিমধ্যে চেৰ চাহৰ মৃত্যু হয়। তেওঁৰ উত্তৰাধিকাৰী কেইজন সিমান যুদ্ধবিশাৰদ আৰু প্ৰতাপী নোহোৱাৰ খবৰ পাই, হুমায়ুনে দিল্লীৰ ৰাজপাট পুনৰ দখলৰ চেষ্টা কৰিবৰ মনেৰে চাহ টমাস্পক কিছুমান ফৌজ খুজিলে। চাহ টমাস্পে ৪।৫ হেজাৰ চিপাহী দিলত হুমায়ুনে তেওঁৰ অতি বিশ্বাসী পৰিচাৰক বেহ্ৰাম খাঁৰ সাহসৰ ওপৰত নিৰ্ভৰ কৰি ভাৰতবৰ্ষলৈ আহি, ১৫৫৬ খ্ৰীষ্টাব্দত পুনৰ দিল্লীৰ সিংহাসন অধিকাৰ কৰি-

লেহি। পাচে বছৰ উকলিবলৈ নৌপাওঁতেই নমাজ পঢ়িবলৈ মচজিদৰ খলপাইদি উঠোঁতে পিছল খাই পৰি তিন দিন অজ্ঞান অৱস্থাত থাকি হুমায়ুন স্বৰ্গী হল।

ৰাজ্যত শান্তি স্থাপন কৰি নিজৰ প্ৰভুত্ব প্ৰকাশ কৰিবলৈ কাৰবাৰ কৰোঁতেই হঠাৎ হুমায়ুনৰ মৃত্যু হোৱাত ১৪ বছৰীয়া নাবালক আকবৰ দিল্লীৰ সিংহাসনত উঠিব লগা হল। এই সময়ত বেহ্ৰাম খাঁ তেওঁৰ শিক্ষক আৰু মন্ত্ৰী আছিল। পাচে বেহ্ৰাম খাঁৰ ব্যৱহাৰত ৰাজ্যৰ সকলো আমীৰ-ওমৰাও অসন্তুষ্ট হোৱাত আৰু আকবৰেও তেওঁৰ কৰ্ত্তৃত্বাধীনত থাকিবলৈ ভাল নোপোৱাত, ১৫৬০ খ্ৰীষ্টাব্দত তেওঁক উবাৰি আকবৰে ৰাজকাৰ্য্য পৰিচালনাভাৰ নিজে গ্ৰহণ কৰিলে। এইদৰে হঠাৎ ক্ষমতা শূন্য হৈ বেহ্ৰামে মৰণান্তিক বেজাৰ পাই পোনতে আকবৰে সৈতে মিলিবলৈ চেষ্টা কৰিলে। কিন্তু সেয়ে হৈ নুঠিলত বুঢ়া বেহ্ৰাম বিদ্ৰোহী হৈ উঠিল। পাচে যুঁজত হাৰি আকবৰৰ শৰণাগত হলত, আকবৰে বেহ্ৰামৰ পূৰ্ব্বৰ উপকাৰ সুঁৱৰি পুৰণি ভৃত্য বুলি সকলো অপৰাধ ক্ষমা কৰি তেওঁক মক্কা-তীৰ্থলৈ যাবৰ অনুমতি দিলে। বুঢ়াকালত এইদৰে লঘু লাঞ্ছনা সহি বেহ্ৰামে মক্কালৈ যাবৰ উদ্দেশ্যে গুজৰাট পাওঁতেই আফগান এটাৰ ছুৰি কটাৰীৰ আঘাতত প্ৰাণ হেৰুৱালে।

এনে অলপ বয়সত ৰজা হবলৈ পাই অপৰিণামদৰ্শী সমনীয়াৰ লগ নিবিচাৰি বা চাটুকাৰৰ স্তুতিবাদত ভোল নগৈ আকবৰে মন স্থিৰ কৰি শত্ৰুকুল দমাবলৈ ধৰি ৰাজ্যশাসনত লাগিল।

বহুত মানুহে সৰুতে দুখত পৰি যি শিক্ষা পায় সেই শিক্ষা সুসময় আহি পাওঁতেই পাহৰি যায়; কিন্তু আকবৰত সেই শিক্ষাই সুফল ফলালে। এওঁ দুদল সৈন্য সুশিক্ষিত কৰি ৰাখিছিল—এদল ৰাজপুত আৰু এদল মোগল। মোগল সেনাৰ ওপৰত পাৰস্য দেশৰ বিষয়া আৰু ৰাজপুত সেনাৰ ওপৰত ৰাজপুত ৰজা আৰু উপযুক্ত তলতীয়া জাইগীৰদাৰ সকলক নিযুক্ত কৰি দুয়ো দলক সন্তুষ্ট আৰু বশীভূত কৰি ৰাখিছিল। ক্ৰমাগত কুৰি বছৰ যুঁজ কৰি তেওঁ এজন বীৰ-পুৰুষ বুলি চিনাকি দি মোগল ৰাজ্য বিস্তাৰ আৰু অনেক উপায়েৰে তাক দৃঢ়ীভূত কৰিছিল। ৰাজ্যভাৰ পাওঁতে মাথোন পঞ্জাব আৰু উত্তৰপশ্চিম অঞ্চলৰ কিয়দংশ তেওঁৰ দখলত আছিল; কিন্তু মৃত্যুৰ পূৰ্ব্বে সমস্ত আৰ্য্যাবৰ্ত্ত, আফগানিস্থান, কাশ্মীৰ, বঙ্গ, বিহাৰ, ৰাজপুতনা, মালৱ, গুজৰাট আৰু দাক্ষিণাত্য প্ৰদেশ তেওঁৰ কৰায়ত্ত হৈছিল।

ৰাজপুতবিলাক সুঠাম, বলিষ্ঠ আৰু ৰণুৱা দেখি আকবৰে ৰজাসকলেৰে সৈতে বৈবাহিক সম্বন্ধ পাতিছিল; আৰু তেওঁ-লোকক ৰাজ্যৰ সৰ্ব্ব উচ্চ বিষয় আৰু মৰ্য্যাদা দি সন্তুষ্ট ৰাখি-বলৈ বিশেষ যত্ন কৰিছিল। ৰাজপুত ৰজাৰ ভিতৰত মাথোন চিতোৰৰ ৰাণাইহে এনেবোৰ কাৰ্য্যত লিপ্ত নাছিল। আকবৰে এই কথাৰ ভু পাই সসৈন্যে চিতোৰ আক্ৰমণ কৰিবলৈ যাত্ৰা কৰিলে আৰু অনেক উপায়েৰে চিতোৰৰ দুৰ্গ ভাঙি নগৰত সোমাবলৈ ধৰোঁতে ৰাজপুত মহিলাবিলাকে মোগলৰ হাতত

অপমান-আশঙ্কা কৰি লৰা-ছোৱালী সমন্বিতে জ্বলা জুইত জাপ দি পুৰি মৰিল। অন্যপিনে পুৰুষবিলাকে হাতত তৰোৱাল উলিয়াই লৈ শত্রু-ব্যূহ ভেদ কৰি আৰাৱলী পৰ্ব্বতত উদয়পুৰ নগৰ স্থাপন কৰিলে গৈ। এনে নিৰ্ভীক বীৰোচিত কাৰ্য্যৰ বাবে ৰাজপুত জাতিয়ে উদয়পুৰ বা মেৱাৰৰ ৰাণাক সবিশেষ সন্মান কৰে আৰু অন্যান্য ৰাজপুত ৰাজন্যবৰ্গে তেওঁৰ লগত মিতিৰ পাতি নিজ নিজ বংশগৌৰৱ বঢ়াবৰ নিমিত্তে যৎপৰোনাস্তি চেষ্টা কৰে। আকবৰে এই প্ৰধান ৰাণাৰ স্থান অধিকাৰ কৰিবৰ মনেৰে ধৰ্ম্মৰ প্ৰতিকূলাচৰণলৈ পিঠি দি ৰাজপুতকুমাৰী বিবাহ কৰিছিল। যদিওবা তেজস্বী ৰাজপুত লোকে চিতোৰ নগৰ এৰি দি তাত শ্বাপদ জন্তুৰ বাসস্থান কৰাইছিল, তথাপি প্ৰবল প্ৰতাপী মোগলসম্ৰাটক উদয়পুৰৰ ৰাজকুমাৰী দিবলৈ নহল বুলি ভীমসেনৰ বংশধৰসকলে আজি পৰিমিত গপ কৰে।

হিন্দু-ৰাজকুমাৰী বিয়া কৰাৰপৰা আকবৰৰ ধৰ্ম্মমতত অনেক বিভ্ৰাট ঘটিছিল; কাৰণ তেওঁ হিন্দু ৰাণীসকলক তেওঁলোকৰ ধৰ্ম্ম অনুসৰণ কৰিবলৈ দি বিশেষ উদাৰ ভাব দৰ্শাইছিল। তেওঁ ধৰ্ম্ম বিষয়ে তৰ্ক-বিতৰ্ক শুনিবলৈ ভাল পাইছিল, আৰু সেইবোৰ তৰ্ক নীৰলে বিচাৰ কৰাৰ ফলত তেওঁৰ ধৰ্ম্ম বিষয়ে সাম্যভাব উপস্থিত হৈছিল; মাথোন দেখনীয়াৰ কৰি হে তেওঁ পিতৃ পিতা-মহৰ ধৰ্ম্ম ৰাখিছিল। তেৰ শতাব্দীত জেঙ্গিচখাঁৰ পৌত্ৰ কুব্লাই খাঁই ভেনিচৰ প্ৰসিদ্ধ পৰিব্ৰাজক মাৰ্কোপলক অতি সমাদৰেৰে পোপসাধ পোচ কৰি তেওঁৰ আগত থিবৰ প্ৰধান ধৰ্ম্মপ্ৰচাৰক

চাৰিজনলৈ বিশেষ ভক্তি-ভাৱ দেখুৱাইছিল। সেই চাৰিজন মহাপুৰুষ হৈছে যীশুখ্ৰীষ্ট, মোহম্মদ, মোজেচ্ আৰু শাক্যমুনি। আকবৰো এই জেঙ্গিচখাঁৰ বংশোদ্ভৱ আৰু পূৰ্ব্বপুৰুষসকলৰ দৰে লিখা-পঢ়া-বিবৰ্জ্জিত আছিল। তথাপি তেওঁ গুণী আৰু বিদ্বানক বৰ আদৰ কৰিছিল। এইদৰে তেওঁ সৎসঙ্গ লভি পিতৃধৰ্ম্মৰ ভাবকেই খামোচ মাৰি নধৰি সকলো ধৰ্ম্মাৱলম্বী মানুহৰ পেটত সোমাব পাৰিছিল।

ফাইজি আৰু আবুল ফজল দুই সহোদৰ আকবৰৰ সভাপণ্ডিত আছিল। আবুল ফজলে "আকবৰ নামা" আৰু "আইন-ই-আকবৰী" নামে যি দুখন সুন্দৰ কিতাপ ফাচিৰে লিখি থৈ গৈছে, তাৰপৰা আকবৰ-ৰাজত্বৰ সূক্ষ্ম বিবৰণ পোৱা যায়। আবুল ফজলৰ পৰামৰ্শ মতেই আকবৰে "জিজিয়া" শুল্ক ৰহিত কৰি হিন্দু-প্ৰজাক মহা-উৎপীড়নৰ পৰা ৰক্ষা কৰে। আকবৰৰ ধৰ্ম্মমত উদাৰ কৰোৱা বিষয়ে এইজনা বিজ্ঞবৰেই বিশেষ সহায় কৰিছিল; এনেবোৰ কাৰণত লাগি গোড়া মুছলমানবিলাকে ষড়যন্ত্ৰ কৰি মহাত্মা আবুল ফজলৰ প্ৰাণবধ কৰায়। কিন্তু অতি দুঃখৰ কথা, যে এনে পাশৱ কাৰ্য্যত যুবৰাজ চেলিমো লিপ্ত আছিল বুলি বহুত লিখকে প্ৰকাশ কৰে। ৰজা টোডৰমল ৰাজস্ব-সচিব হৈ ভূমি সম্পৰ্কে সুবন্দৱস্ত লগাই সুকলমে ৰাজস্ব উলিয়াই ৰাজকোষ পৰিপূৰ্ণ ৰাখিছিল। মহামতি আকবৰে ৰাজকাৰ্য্যত প্ৰথমে ইউৰোপীয় লোকক নিযুক্ত কৰে আৰু খ্ৰীষ্টধৰ্ম্মৰ বিষয়ে জানিবৰ মনেৰে

এওঁ গোৱানগৰৰপৰা কাথলিক মিচনাৰি চাহাব লোকক আগ্ৰালৈ নিমন্ত্ৰণ কৰি আনি অতি সমাদৰে সোধ-পোচ কৰি গিৰ্জ্জাঘৰ সাজিবলৈ আজ্ঞা দিযে আৰু মৰাযচ্ অৰ্থাৎ মেৰী নামে ইউৰোপীয় মহিলাৰ পাণিগ্ৰহণ কৰে। এই মৰীয়চ্ বুৰঞ্জীত মুনিবেগম বুলি খ্যাত হল। এওঁৰ ফতেহপুৰৰ ৰাজবাটী আজিপৰিমিত বৰ্ত্তমান আছে। আকবৰে নিযুক্ত কৰা ইংৰাজ কেইজনৰ ভিতৰত কোনো এজনে আকবৰৰ বিষযে এইদৰে লিখিছে—"আকবৰ দৰিদ্ৰ প্ৰজাৰ প্ৰতি দযালু আৰু অনুগ্ৰহশীল আছিল। তেওঁ পৰিমিতাহাৰী আছিল আৰু মাদক দ্ৰব্য সেৱন নকৰিছিল। সকলো গোচৰ তেওঁ নিজে পোচ কৰিছিল। তেওঁৰ অজ্ঞাতসাৰে কোনো জগৰীযাক দণ্ড দিযা নিষেধ আছিল। তেওঁ বৰ মৃগযাপ্ৰিয আছিল, আৰু সকলোবিধৰ খেলা-তামচা ভাল পাইছিল। তেওঁ কেতিযাবা কেতিযাবাহে মাংস ভোজন কৰিছিল; সাধাৰণতঃ ভাত, গাখীৰ আৰু মিষ্টান্ন হে খাইছিল। তেওঁ লৰাৰ ৮ আৰু ছোৱালীৰ চৈধ্য বছৰৰ পূৰ্ব্বে বিবাহ হবলৈ নিদিছিল। ি বিধবাক পুনৰ্ব্বিবাহ কৰিবলৈ অনুমতি দিছিল।"

ইংলণ্ডত আলফ্ৰেড ৰজাক প্ৰজাবোৰে যিদৰে ভাব কৰিছিল, ভাৰতবৰ্ষতো মুছলমান ৰজাসকলৰ ভিতৰত আকবৰক সকলো শ্ৰেণীৰ প্ৰজাই সেইদৰে ভাব কৰিছিল। আকবৰ ইংলণ্ডেশ্বৰী এলিজেবেথৰ সমকালীন ৰজা আছিল। কুমাৰী ৰাণীৰ দিনত ইংলণ্ডৰ যশ যেনেকৈ চাৰিওফালে বৈছিল, আকবৰৰ দিনতো তেনেকৈ মোগলবংশৰ সৌভাগ্য-তপনৰ ভৰ দুপৰ হৈছিল।

ইউৰোপৰ ফালে এওঁৰপৰা আওৰঙ্গজেব বাদচাহলৈকে এই চাৰিজনাক “গ্রেট মোগল” বুলি কয়; আৰু এওঁলোকে ১৫৫৬ খ্রীষ্টাব্দৰপৰা ১৭০৭ খ্রীষ্টাব্দলৈকে ৰাজত্ব কৰিছিল। এওঁ যি প্রণালীত ৰাজ্য শাসন কৰিছিল, এওঁৰ বংশধৰসকলে সেই প্রণালী ধৰা হলে মোগল ৰাজত্বৰ পতন সিমান শীঘ্রে নহলহেঁতেন।

বৰ দুখৰ কথা, যে আকবৰে শেহ কালত ৰাজকুমাৰ-সকলৰপৰা বেজাৰ পাইছিল। চেলিম বৰ কানীয়া আৰু মদপী আছিল। এওঁ বিদ্রোহী হৈ বৰ দৌৰাত্ম্য কৰিছিল। পাচে পৰাস্ত হৈ বাপেকৰ শৰণাগত হলত ক্ষমা কৰিলে। দ্বিতীয় পুত্র মোৰাদ চান্দবিবিৰ লগত যুদ্ধ কৰি থাকোঁতে ১৫৯৯ চনত মৰা পৰে আৰু তৃতীয় ডানীয়েলে অতিৰিক্ত সুৰাপান কৰি ভৱ-লীলা সামৰে। আকবৰ ১৬০৫ চনত স্বৰ্গী হয়। কবলৈ গলে আকবৰৰ মৃত্যুৰ পাচৰপৰাই মুছলমান আৰু ৰাজপুতবিলাকৰ ভিতৰত ক্রমে বৈ ভাব বৃদ্ধি হবলৈ ধৰি শেষত মোগল ৰাজত্বৰ অন্ত হৈছে।

আকবৰ সুশ্রী, দীঘল, বলিষ্ঠ আৰু তেজ-গোঁৰা আছিল। হয়-হস্তী যান-বাহনাদি অসংখ্য থাকোঁতেও তেওঁ খোজ কাঢ়ি ফুৰিবলৈ ভাল পাইছিল; আৰু দিনে ৩০ মাইল খোজ কাঢ়িও ক্লান্তি বোধ নকৰিছিল। মুছলমান ৰজাসকলৰ ভিতৰত আকবৰক হে হিন্দুলোকে “দিল্লীশ্বৰো বা জগদীশ্বৰো বা” কথা প্রয়োগ কৰিছিল।

---

# স্পন্দন।

স্পন্দন কাক বোলে যদিও সকলোৱে বুজে তথাপি তাৰদ্বাৰা জগতত, যে কিমান আশ্চৰ্য্যজনক কাম হব লাগিছে তাক ভাবিলে বিস্ময় মানিব লাগে। চকুৰ আগত দেখিথকা পানীৰ ঢৌৰপৰা আৰম্ভ কৰি শব্দ, তাপ, পোহৰলৈকে সকলো একমাত্ৰ স্পন্দনৰে ক্ৰিয়া মাথোন। আমি এই স্পন্দনৰ বিষয়ে আলোচনা কৰি চাওঁহঁক।

এটা শিল ডোল এডালত ওলোমাই দোলাই দিলে আমি লৰি থকা দেখোঁ। এনে লৰা বা দোলাকে আমি স্পন্দন বোলোঁ। এচ্‌ৰাজ বা বেহেলাৰ তাঁৰ এডাল ধৰি জোকাৰ মাৰি দিলে তাৰ গতিটোকো আমি স্পন্দন বোলোঁ। এই দুই স্পন্দন ঠিক একে ধৰণৰ, কেৱল স্পন্দনৰ সময় আৰু পৰিমাণহে বেচি-কম,—এটা মৃদু আৰু আনটো দ্ৰুত।

ঢৌ কি? এশাৰী বস্তুৰ ভিতৰত পৰস্পৰ এনেকুৱা সংযোগ থাকিব পাৰে, যে এমুৰৰ এটা লৰাই দিলে শাৰীৰ গোটেইবিলাকে এটাৰ পাচত এটা লৰিব ধৰিব। এইদৰে এঠাইৰপৰা আন ঠাইলৈ স্পন্দন-গতি আঁতৰি যোৱাকে ঢৌ বোলে। পানীত এশাৰী কলহ ওপঙাই এমুৰৰ এটা ধৰি লাহে লাহে এবাৰ তল এবাৰ ওপৰকৈ কঁপাই দিলে দেখা যাব, যে এটাৰ পাচত এটাকৈ আনবিলাক কলহো কঁপিব ধৰিছে আৰু পানীয়েও যাক আমি ঢৌ

বলোঁ। তেনে আঁকাৰ ধাৰণ কৰিছে। কলহটো যদি লাহে লাহে কঁপোৱা যায় তেনেহলে ঢৌবিলাক দীঘল দীঘল হয় আৰু খৰকৈ কঁপালে ঢৌবিলাক চুটি চুটি হয়।

এইদৰে বেহেলাৰ তাঁৰ এডাল জোকাৰি দিলে সি কঁপিব ধৰিব আৰু তাৰ ওচৰত থকা বতাহক কঁপাই দিয়া বাবে বতাহতো পানীৰ নিচিনা এক ৰকম ঢৌ উৎপন্ন হব। এই ঢৌয়ে আহি আমাৰ কাণত সোমাই কাণৰ ভিতৰত থকা এক ৰকম পাতল ছাল কঁপাই দিলে আমি শব্দ অনুভব কৰোঁ। বতাহৰ ঢৌবিলাক যদি চুটি চুটি হয়, তেনেহলে আমাৰ কাণত এক ৰকম সুৰৰ আৰু যদি দীঘল দীঘল হয় তেনেহলে আন ৰকম সুৰৰ অনুভূতি হয়। ঢৌ চুটি হলে আমি যেনে শুনোঁ তাক চৰা সুৰ বোলোঁ। বেহেলাৰ তাঁৰডাল টানি পকাই দিলে তাৰ স্পন্দন খৰ হয় আৰু সেই দেখি সুৰো চৰা হয়, আৰু যদি তাঁৰডাল ঢিলাই দি বজোৱা যায় তেনেহলে সুৰ খাদ হৈ পৰে। প্ৰত্যেক শব্দ-ওলোৱা যন্ত্ৰৰে মূল কাৰণ হৈছে স্পন্দন। স্পন্দন নহলে শব্দৰ উৎপত্তি হব নোৱাৰে আৰু সেই স্পন্দনৰ ঢৌ-বহনকাৰী বতাহ বা বতাহৰ নিচিনা আৰু পদাৰ্থ নাথাকিলেও আমি শব্দ শুনিবলৈ নাপাওঁ। সূৰ্য্য বা আন গ্ৰহত যদি কিবা শব্দ হৈছে আমাৰ শুনিবৰ উপায় নাই ; কাৰণ সূৰ্য্য আৰু পৃথিবীৰ মাজত সংযোগকাৰী বায়ু নাই।

আমি দেখিছোঁ, যে কোনো এটা বস্তু লৰাই দিলে বতাহত পানীৰ নিচিনা ঢৌ উৎপন্ন হয় আৰু সেই ঢৌ গৈ কাণত সোমালে আমি এক প্ৰকাৰ অনুভৱ কৰোঁ, তাকে আমি শব্দ শুনা বোলোঁ।

যদি কোনো মানুহৰ কাণ কলা হয় অৰ্থাৎ কাণৰ ভিতৰত থকা স্পন্দন গ্ৰহণকাৰী পাতল ছালখন অকৰ্ম্মণ্য হয়, তেন্তে তাৰ শুনিবৰ উপায় কি? এক উপায় আছে, শ্ৰবণেন্দ্ৰিয়ৰ স্নায়বোৰলৈ কোনো প্ৰকাৰে বতাহৰ স্পন্দন পঠিয়াই দিয়া। দেখা গৈছে, যে আমাৰ আগদাঁতৰ লগত শব্দবহনকাৰী স্নায়ুৰ সংযোগ আছে; আমি যদি এচটা ডাঠ কাগজৰ এটা মূৰ দাঁতেৰে কামুৰি ধৰি আনটো মূৰ হাতেৰে ভিৰাই ধৰোঁ, তেনেহলে শব্দৰ ঢৌবে আহি কাগজ চটাত পৰি তাক কঁপাই দিব, দাঁতে আকৌ শব্দ-বহনকাৰী স্নায়ুক কঁপাই দিব, তেতিয়া আমি শব্দ শুনিবলৈ পাম। কলা মানুহক এনেকুৱা উপায় অৱলম্বন কৰা অনেকে দেখা পাইছে।

আমাৰ শ্ৰবণেন্দ্ৰিয়ই সকলো প্ৰকাৰ বতাহৰ ঢৌ অনুভৱ কৰিব নোৱাৰে। আমি হাত বা বিচনী লৰালে বতাহত যি ঢৌ উৎপন্ন হয় তাক অনুভৱ কৰিবলৈ আমাৰ শ্ৰবণেন্দ্ৰিয় তেনেই অক্ষম। দেখা গৈছে, যে এক ইঞ্চিতকৈ চুটি আৰু প্ৰায় ৪০ ফুটতকৈ দীঘল ঢৌ আমি অনুভৱ কৰিব নোৱাৰো। কিন্তু চৰাইৰ ভিতৰত বাদুলিয়ে নিজৰ ডোকা কোবাওঁতে বতাহত উৎপন্ন হোৱা ঢৌৰ শব্দ শুনিবলৈ পায়। এই কাৰণে সি ঘোৰ অন্ধকাৰ ৰাতিতো ক'তো খুন্দা খুন্দি নোখোৱাকৈ উৰি ফুৰিব পাৰে; কাৰণ আগত গছ, ঘৰ বা আন কিবা প্ৰতিবন্ধক থাকিলে তাৰ ডোকাৰ পৰা হোৱা ঢৌবিলাক তাত খুন্দা খাই প্ৰতিবন্ধকস্বৰূপে উভতি আহি তাৰ কাণত সোমালেই সি তাৰ আগত থকা প্ৰতিবন্ধকৰ অস্তিত্ব গম পাই সাৱধান হব পাৰে;

ইয়াকে বাদুলিৰ ষষ্ঠ ইন্দ্ৰিয় বোলা যায়। এনে ষষ্ঠ ইন্দ্ৰিয়-যন্ত্ৰ আমি সাজি লব পাৰোঁ। এনে এটা যন্ত্ৰ লগত থকাহেঁতেন টাইটানিক জাহাজ ওপৰি ফুৰা বৰফৰ পাহাৰত খুন্দা খাই আটলাণ্টিক মহাসাগৰত ডুব নগলহেঁতেন। পৰমেশ্বৰৰ সৃষ্টি-কৌশল কি বিচিত্ৰ! প্ৰৱৰ্ত্তনৰ কাৰণে যাক যিটোৰ দৰকাৰ তেওঁ তাক ঠিক সেইটোকে দিছে। অবোধ নিশাচৰ প্ৰাণীক ৰাতি ফুৰিবৰ কাৰণে তেওঁ এটা ষষ্ঠ ইন্দ্ৰিয় দিছে। মানুহকো নিজ নিজ সুখৰ অৰ্থে তেওঁ সকলো দিছে; কিন্তু মানুহে নিজৰ নাটনি দিনো গঢ়ি লব ধৰিছে। সেই দেখি ভগবানে আমাক 'বুদ্ধি' দিছে; নিজৰ বুদ্ধি খটাই প্ৰকৃতিদেবীৰ গুপ্ত ৰত্ন উদ্ধাৰ কৰি আমি আমাৰ অভাৱ পূৰ্ণ কৰি ললেই হল।



# যৌবন

পাৰা মানে তুলি ফুৰা গোলাপৰ কলি,
কাল-সোঁত নিতে যায় বই ;
সিটি ফুল ঠন ধৰি আছে আজি ফুলি,
জঁয় পৰি যাব কাইলই ।

আকাশৰ ৰঙা বেলি, উজ্জ্বল পোহৰ,
উঠি যায মানে ওখলই,
অন্ত হব লালা-খেলা নিজ-জীৱনৰ
চাপি গলে মাৰ যাবলই ।

প্ৰধান সুখৰ কাল প্ৰথম জীৱন
থাকে মানে বল হৃদয়ত ;
গলে হলে কেতিয়াও নহব ফিৰণ.
আৰু বেয়া বেয়াৰ পিচত ।

নেথাকিবা ভয় কৰি, কৰা সময়ৰ
ব্যৱহাৰ নাচি আনন্দত ;
এবেলি চুকালে বল সুখ হৃদয়ৰ
নাহে আৰু ইহ জীৱনত ।

# সৌৰজগতৰ ক্ষীণ আভাস।

আন্ধাৰ ৰাতি নীল আকাশত অগণন জ্যোতিষ্কৰ শোভা দেখিলে মনত অপাৰ আনন্দৰ উদয় হয়। ৰাশি ৰাশি উজ্জ্বল জ্যোতিষ্কপুঞ্জ হীৰাৰ ফুলৰ নিচিনাকৈ আকাশত ওলমি থকা দেখিলে মনত ভাব হয়, যেন ৩৩ কোটি দেৱতাৰ লৰা-ছোৱালীবিলাকে দাপ জ্বলাই দীপান্বিতা-উৎসৱ কৰিছে।

কিন্তু আচলতে আকাশৰ জ্যোতিষ্কবিলাক একেবিধৰ নহয়। জ্যোতির্ব্বিদ পণ্ডিতসকলে এইবিলাকক গ্রহ, নক্ষত্র, উপগ্রহ আদি কেইবাটাও ভিন্ ভিন্ শ্রেণীত ভাগ কৰি লৈছে। এওঁ-বিলাকৰ মতে আমাৰ সূৰ্য্যও এটি নক্ষত্র। গ্রহ আৰু নক্ষত্ৰৰ ভিতৰত প্রভেদ অনেক।

(১) নক্ষত্ৰৰ নিজৰ পোহৰ আছে, গ্রহৰ নিজৰ পোহৰ নাই। গ্রহবিলাক, যে উজ্জ্বল দেখা যায়, তাৰ কাৰণ সূৰ্য্যৰ পোহৰ হে।

(২) গ্রহবিলাক নক্ষত্ৰৰ তুলনাত অনেক সৰু।

(৩) গ্রহবিলাক আমাৰ ওচৰত, নক্ষত্রবিলাক কোটি কোটি গুণ দূৰত।

(৪) গ্রহবিলাকক সাধাৰণতঃ দূৰবীক্ষণত ডাঙৰ দেখা যায়, কিন্তু নক্ষত্ৰৰ আকাৰ প্ৰায়েই একে থাকে। গ্রহ আৰু নক্ষত্ৰৰ ভিতৰত ঘাইকৈ প্রভেদ এই, যে গ্রহবিলাক সূৰ্য্যৰ চাৰিওফালে ঘুৰে আৰু উপগ্রহবিলাক নিজ নিজ গ্রহৰ চাৰিওপিনে ঘূৰে।

ওপৰত যি সূৰ্য্যৰ কথা উন্মুকিওৱা হল, সেই সূৰ্য্য অনন্ত আকাশৰ অগণিত নক্ষত্ৰৰাশিৰ এটা মাথোন। ইয়াৰ যেনেকৈ গ্ৰহ-উপগ্ৰহ আছে, সেই অগণিত নক্ষত্ৰবিলাকৰো বোধ হয় প্ৰত্যেকৰে গ্ৰহ, উপগ্ৰহ, ধূমকেতু আদি আছে। প্ৰত্যেকেই বোধ কৰোঁ, সূৰ্য্যৰ দৰে বহু গ্ৰহ-উপগ্ৰহ লৈ এক এক বিশাল ৰাজ্যৰ ৰজাৰ নিচিনা হৈ আছে। ইফালে আকৌ এই অগণিত নক্ষত্ৰবিলাকৰ ইটোসিটোৰ ভিতৰত কোটি কোটি মাইলৰ ব্যৱধান। এইবিলাকৰ পৰাই ভাব হয়, যে আকাশ কিমান বিস্তীৰ্ণ! অসীম আকাশত গ্ৰহ-নক্ষত্ৰই বা কিমান! এই কথাৰ উত্তৰ জ্যোতিৰ্ব্বিদ পণ্ডিতসকলে দিব পৰা নাই। দাৰ্শনিকো অনন্তৰ অনন্ত নামতে নিস্তব্ধ। গণিতবিদৰো এই কথাৰ উত্তৰ দিবলৈ জ্ঞান আৰু সংখ্যাৰ অভাৱ! অনন্ত আকাশৰ এই অনন্ত জ্যোতিষ্কৰাশি লৈ ভগবানৰ অনন্ত সাম্ৰাজ্য। ইয়াকে আমি 'বিশ্বব্ৰহ্মাণ্ড বোলোঁ।।

তথাপি হাজাৰ হাজাৰ বছৰৰ হাজাৰ হাজাৰ মনীষিসকলৰ অক্লান্ত চেষ্টাৰ ফলস্বৰূপে আমি আকাশৰ গ্ৰহনক্ষত্ৰবিলাকৰ বিষয়ে বহুত কথা জানিব পাৰিছোঁ। তলত সৌৰজগতৰ বিষয়ে মাথোন দুই চাৰিটা কথা কোৱা হল।

## সৌৰ জগতৰ উৎপত্তি—

জ্যোতিৰ্ব্বিদ পণ্ডিতসকলৰ মতে সৌৰজগতৰ সকলো জ্যোতিষ্কসমূহ আগেয়ে এটি প্ৰকাণ্ড অত্যুচ্চ বাষ্পপিণ্ড আছিল। এই বাষ্পপিণ্ড শূন্যতে ভাহি আছিল আৰু কোনো কোনো

অজানিত কাৰণে ইয়াৰ ভিতৰত কিছুমান শক্তি (Energy) নিহিত থকা হেতু প্ৰাকৃতিক নিয়মানুসাৰে ই নিজ মেৰুদণ্ডৰ চাৰিওফালে ঘূৰিছিল। পাচত যেতিয়া তাপ বিকিৰণ কৰি ই চেঁচা হবলৈ ধৰিলে, ইয়াৰ আয়তনো ক্ৰমে কমি আহিব ধৰিলে। তেতিয়া ই প্ৰাকৃতিক নিয়ম অনুসাৰে আগতকৈ বেচি বেগেৰে ঘূৰিবলৈ ধৰিলে। ঘূৰ্ণ্যমান বিৰাট্ বাষ্পগোলকৰ পদাৰ্থসমষ্টিত কেন্দ্ৰৰপৰা বাহিৰৰ ফালে কেন্দ্ৰোপসাৰিণী (Centrifugal) শক্তি এটা উৎপন্ন হল। সেই শক্তি বিষুৱৰেখাৰ ওচৰৰ পদাৰ্থসমষ্টিত বেচি হল। তেতিয়া বাহিৰৰ ফালে যাব খোজা পদাৰ্থসমূহ ধৰি ৰাখিবলৈ ভিতৰলৈ টনা শক্তি, অনুপাতে বেচি নোহোৱা হেতু বাষ্পগোলক যেতেকে আয়তনত কমি আহিবলৈ ধৰিলে, তেতেকে বিষুৱৰেখাৰ ওচৰৰ পদাৰ্থসমষ্টি দূৰত ৰৈ আহিবলৈ ধৰিলে। এনেকৈয়ে ভিন ভিন সময়ত ভিন ভিন বাষ্পপিণ্ড বিৰাট গোলকৰপৰা বিভিন্ন হৈ ৰৈ গল। এই বাষ্পপিণ্ডবিলাকো প্ৰাকৃতিক বিধানানুসাৰে নিজ মেৰুদণ্ডৰ চাৰিওফালে ঘূৰি ঘূৰি মাধ্যাকৰ্ষণৰ বলত ওপৰত কোৱা বিৰাট্ বাষ্পগোলকৰ চাৰিওফালে ঘূৰিবলৈ ধৰিলে। এই সৰু সৰু বাষ্পপিণ্ডবিলাকেই কালত তাপ বিকিৰণ কৰি চেঁচা হৈ আমাৰ সুপৰিচিত গ্ৰহশ্ৰেণীত পৰিণত হৈছে। এই গ্ৰহবিলাকৰপৰাও আকৌ আগত কোৱা নিয়মে উপগ্ৰহৰ উৎপত্তি হল। এনেকৈয়ে সৌৰ জগতৰ সকলো জ্যোতিষ্কসমূহ উৎপন্ন হল।

ওপৰত যি জ্যোতিষ্কমণ্ডলীৰ কথা কোৱা হল, সেইবিলাক

সকলোৰে পিতৃস্থানীয় ; সেই বিৰাট বাষ্পগোলকটিয়েই আমাৰ সুপৰিচিত সূৰ্য্য। আমি জানো, যে যি বস্তুত যিমান অধিক পদাৰ্থ, সেই বস্তু তপত হলে, চেঁচা হবলৈ সিমান বেচি সময় লাগে। সমান গৰম এবাটি পানী একলহ পানীতকৈ আগেয়ে চেঁচা হৈ যায়। কাজেই প্ৰথমে সমানে গৰম থাকিলেও বুধ, শুক্ৰ, পৃথিবী, মঙ্গল আদি গ্ৰহত পদাৰ্থ কম থকা হেতু একেবাৰে চেঁচা হৈ গৈছে, অথচ বৃহস্পতি, শনি, ইউৰেনাচ্, নেপ্চুন আদি গ্ৰহবিলাক ডাঙৰ কাৰণে এতিয়াও গৰম হৈ আছে। ইফালে আকৌ চন্দ্ৰ বৰ সৰু হোৱা বাবে ইয়াৰ আগ্নেয়গিৰি পৰ্য্যন্ত চেঁচা হৈ মৰি গৈছে। কিন্তু সূৰ্য্য আন আন সকলো গ্ৰহ-উপগ্ৰহবিলাকতকৈ বহুত ডাঙৰ হোৱা কাৰণেই এতিয়াও অত্যন্ত গৰম আৰু তেজোময় হৈ আছে আৰু সকলো গ্ৰহ-উপগ্ৰহ বিলাকক তাপ আৰু পোহৰ দিব পাৰিছে।

### সৌৰজগতৰ সাধাৰণ বিবৰণ ঃ—

ওপৰত যি তেজোময় গোলকপিণ্ডৰ কথা কোৱা হল, সেই সূৰ্য্য আৰু তাৰ আকৰ্ষণৰ অধীনস্থ জ্যোতিষ্কসমূহেই সৌৰ জগৎ। সৌৰ জগতত এতিয়ালৈকে পাঁচ শৰো বেচি গ্ৰহ আবিষ্কাৰ হৈছে। ইয়াৰ ভিতৰত বুধ, শুক্ৰ, পৃথিবী, মঙ্গল, বৃহস্পতি, শনি, ইউৰেনাচ্ আৰু নেপচুন এই আঠোটাই প্ৰধান। বাকী গ্ৰহবিলাক তেনেই সৰু সৰু, কেতবিলাকৰ ব্যাস ২০ মাইলতকৈও কম। মঙ্গল আৰু বৃহস্পতিৰ কক্ষৰ মাজত ইহঁতৰ কক্ষবিলাকৰ অবস্থিতি। বুধ, শুক্ৰ, পৃথিবী, মঙ্গল, বৃহস্পতি আৰু শনি এই ছটা গ্ৰহ অতি পুৰণি কালৰেপৰা জনাজাত। ইউৰেনাচ্-নেপচুন আৰু

মঙ্গল-বৃহস্পতিৰ মাজৰ সৰু সৰু গ্ৰহবিলাক বৰ্ত্তমান যুগৰ কীৰ্ত্তি। ১৭৮১ খ্ৰীষ্টাব্দত যেতিয়া চাৰ উইলিয়াম হাৰ্চেলে দূৰবীক্ষণেৰে আকাশ পৰ্য্যবেক্ষণ কৰিব ধৰিছিল, তেতিয়া হঠাৎ এটি ডাঙৰ জ্যোতিষ্কৰ ওপৰত তেওঁৰ চকু পৰিল। তেওঁ পৰীক্ষা কৰি দেখিলে, যে ই কোনো নক্ষত্ৰ নহয়, পৃথিবীৰ নিচিনাকৈ সূৰ্য্যৰে এটি গ্ৰহ মাথোন। হাৰ্চেলৰ দ্বাৰা আবিষ্কৃত এই গ্ৰহটোৰ নামেই ইউৰেনাচ্।




ইউৰেনাচ পৃথিবীতকৈ ৬৩ গুণে ডাঙৰ। ই সূৰ্য্যৰপৰা

১৭৮ কোটি মাইল দূৰত থাকি নিজৰ কক্ষত আমাৰ প্ৰায় ৮৪ বছৰত সূৰ্য্যৰ চাৰিওপিনে এবাৰ ঘূৰে।

ইউৰেনাচ আবিষ্কৃত হোৱাৰ পাচত দেখা গল, যে গণনাৰ দ্বাৰা যি কক্ষ পোৱা যায়, ই সেই কক্ষৰপৰা বাহিৰৰ ফালে অলপ দূৰত থাকি সূৰ্য্যৰ চাৰিওফালে ঘূৰে। জ্যোতির্ব্বিদ্ পণ্ডিতসকলে ঠিক কৰিলে, যে ই নিশ্চয় কোনো অজানিত গ্ৰহৰ দ্বাৰা আকৃষ্ট হৈ তেনে কৰিছে, নহলে নিজৰ কক্ষ এৰি সূৰ্য্যৰপৰা নিয়মিততকৈ বেচি দূৰত থাকি ঘূৰিবৰ ইয়াৰ একো কাৰণ নাই। সকলোৱে নাজানিব পাৰে, গণিতশাস্ত্ৰই জগতত কি অদ্ভুত অদ্ভুত অথচ অতি আৱশ্যকীয় কামবিলাক সাধন কৰি দিছে আৰু দিব লাগিছে। যি মহতীশক্তিৰ ওপৰত নিৰ্ভৰ কৰি ব্ৰহ্মাণ্ডৰ শৃঙ্খলাবদ্ধ অৱস্থান, সেই মাধ্যাকৰ্ষণ-শক্তিৰ নিয়মাবলীও গণিতৰ দ্বাৰাই পৰিগণিত। যি জ্যোতিষশাস্ত্ৰৰ কুশলত আমি আকাশৰ গ্ৰহ-নক্ষত্ৰৰ লগত আমাৰ নগণ্য পৃথিবীৰ হীনডেঢ়ি তুলনা কৰি জগতত আমাৰ সম্বন্ধ থিৰ কৰিব পাৰিছোঁ, সেই জ্যোতিষ-শাস্ত্ৰৰ সম্যক্ উন্নতি কেৱল মাথোন গণিতৰ অনুগ্ৰহ-ফল। বস্তুবিজ্ঞানৰ ইমান উন্নতিও গণিতৰ সহায়ৰ কাৰণেহে হব পাৰিছে। ইউৰেনাচ্‌ৰো গতিৰ বেমেজালিৰ কাৰণ অৱশেষত গণিতেহে সিদ্ধান্ত কৰি দিলে। অজানিত গ্ৰহৰ ওজন, ইয়াৰ গতি আৰু ভ্ৰমণৰ পথ গণনা কৰা গণিতৰ কাৰ্য্য। কাজেই যি অজ্ঞাত গ্ৰহৰ দ্বাৰা আকৃষ্ট হৈ ইউৰেনাচ্‌ৰ এই বেমেজালি, গণনাৰ দ্বাৰা তাৰ স্থান আৰু ভ্ৰমণ পথ বাহিৰ কৰিব পাৰিলেই

সকলো গোলমালৰ ওৰ পৰে। কিন্তু যদিও বা এনে কোনো অজ্ঞাত গ্ৰহ থাকেই, তেনেহলেও অধ্যাপৰ বোদৰ সংস্থানৰ বিধান অনুসাৰে ইয়াৰ আনুমানিক দূৰত্ব ৩৮৮ কোটি মাইলৰ কম নহবৰ কথা। এতিয়া ভাবি চাওক সৌৰ জগতৰ সুদূৰ প্ৰান্তত থকা এই অদৃশ্য গ্ৰহটোৰ স্থান নিৰ্দ্দেশ কৰা কি ভয়ানক দুৰূহ কাম। কিন্তু ইয়াতো গণিতৰ জয় হল। ফ্ৰাঞ্চদেশৰ অমৰ পণ্ডিত লেবেৰিয়াৰে গণনাৰ দ্বাৰা এই গ্ৰহটোৰ স্থান নিৰ্দ্দেশ কৰি বালিনৰ ডাক্তৰ গালেলৈ লিখি পঠিয়ালে, যে তেওঁ যেন তেওঁৰ দূৰবীক্ষণাদিৰে সেই অদৃশ্য গ্ৰহটোক নিৰ্দ্দিষ্ট স্থানত অনুসন্ধান কৰে। গেলে চিঠি পায়েই কৌতুহলাক্ৰান্ত হৈ নিৰ্দ্দিষ্ট স্থানত গ্ৰহৰ অনুসন্ধান আৰম্ভ কৰিলে আৰু অনেক পৰ্য্যবেক্ষণ আৰু পৰীক্ষাৰ ফলত ১৮৪৫ খ্ৰীষ্টাব্দত লেবেৰিয়াৰৰ গ্ৰহ আবিষ্কাৰ কৰি পেলালে। লেবেৰিয়াৰ এই গ্ৰহটোৰ নাম নেপচুন ৰখা হল। কোৱা বাহুল্য, যে সেই একে সময়তে ইংলণ্ডত আডাম্‌চ্ নামে পণ্ডিত এজনেও স্বকীয়াভাবে গণনা কৰি সেই গ্ৰহটোৰ স্থান আৰু গতি নিৰ্দ্দেশ কৰিছিল।

নেপচুন পৃথিবীতকৈ ৬০ গুণে ডাঙৰ আৰু সূৰ্য্যৰপৰা ইয়াৰ কক্ষ ৩০০ কোটি মাইল দূৰত অৱস্থিত। ই আমাৰ ১৬৪ বছৰত সূৰ্য্যৰ চাৰিওপিনে এবাৰ ঘূৰে। ইউৰেনাচ আৰু নেপচুনক এৰিও ৫০০ শ মান সৰু সৰু গ্ৰহ প্ৰায় যোৱা ১০০ বছৰৰ ভিতৰতে আবিষ্কৃত হৈছে। এইবিলাকৰ আবিষ্কাৰৰ ইতিহাস বৰ কৌতূহলজনক।

বহু পূৰ্বণিকালৰে পৰা জ্যোতিৰ্ব্বিদ পণ্ডিতসকলৰ মনত মঙ্গল আৰু বৃহস্পতিৰ মাজৰ ব্যৱধান আন আন গ্ৰহৰ মাজৰ ব্যৱধানৰ তুলনাত বেচি বুলি অনুমিত হৈছিল। গ্ৰহবিলাকৰ দূৰত্ব সম্বন্ধে তেওঁলোকে এটা নিয়ম উলিয়াইছিল আৰু সকলো গ্ৰহৰ দূৰত্ব এই নিযমে পোৱা দূৰত্বৰ লগত প্ৰায় মিলি যোৱা দেখা গৈছিল। কেৱল মঙ্গল আৰু বৃহস্পতিৰ মাজত যি ব্যৱধান সেইটোহে মিলা নাছিল। দুয়োৰে পৰা সমান দূৰত ইহঁতৰ মাজত যদি আৰু এটা গ্ৰহ থাকে তেনেহলে আগত কোৱা নিয়ম মতে সকলো গ্ৰহৰে দূৰত্ব মিলি যায়। এই অনুমানৰ ওপৰত নিৰ্ভৰ কৰি সুপ্ৰসিদ্ধ জ্যোতিৰ্ব্বিদ্ পণ্ডিত কেপ্লাৰে ভবিষ্যদ্বাণী কৰিলে, যে মঙ্গল আৰু বৃহস্পতিৰ মাজত এটি গ্ৰহ আছে। কালত ই জ্যোতিষীসকলৰ চকুত পৰিব। কেপ্লাৰৰ এই ভবিষ্যদ্বাণী বহুত দিনলৈ প্ৰমাণিত নোহোৱাকৈ আছিল। পাচত যেতিয়া ইউৰেনাচ্ আবিষ্কৃত হল, দেখা গল, যে ই আগৰ কোৱা নিয়ম মতে থাকিবলগা দূৰতে আছে। কেপ্লাৰৰ কথাৰ ওপৰত পণ্ডিতসকলৰ তেতিয়া দৃঢ় বিশ্বাস হল। তেওঁলোকে সঙ্কল্প কৰিলে, যে কেপ্লাৰ-কথিত এই অদৃশ্য গ্ৰহটো আবিষ্কাৰ নকৰিলে নহয়। অৱশেষত ইটালীয় জ্যোতিৰ্ব্বিদ্ পণ্ডিত "পিয়েজি"য়ে ১৮০১ খ্ৰীষ্টাব্দত এই অজ্ঞাত গ্ৰহটো আবিষ্কাৰ কৰিলে। পণ্ডিতসকলে এই গ্ৰহটোৰ নাম চিৰিচ ৰাখিলে। চিৰিচ আবিষ্কাৰ হোৱাৰ তিনি বছৰৰ ভিতৰত (১৮০১—১৮০৪) আৰু তিনিটা গ্ৰহ, মঙ্গল আৰু বৃহস্পতিৰ মাজতে আবিষ্কৃত হল।

তাৰ পাচত ১৮৪৫ খ্রীষ্টাব্দৰপৰা প্রায় প্রতি বছৰেই দুটা এটাকৈ গ্রহ মঙ্গল আৰু বৃহস্পতিৰ মাজত আবিষ্কৃত হৈ আছে। এই গ্রহবিলাকৰ কক্ষ, সূর্য্যৰপৰা ২২ কোটিৰপৰা ৪০ কোটি মাইলৰ ভিতৰত অৱস্থিত। পণ্ডিতসকলে অনুমান কৰে, যে এই অসংখ্য সৰু সৰু গ্রহবিলাক কোনো বিৰাট গ্রহ অজানিত কাৰণত ভাগিছিগি যোৱাত উৎপন্ন হৈছে।



# ৰাম-লক্ষ্মণ আৰু কৌশল্যাৰ কথোপকথন।

পিতৃসত্য পালনৰ নিমিত্তে ৰামচন্দ্ৰ বনলৈ যাবলৈ ওলোৱাত কৌশল্যা দেবী আৰু লক্ষ্মণে নানা আপত্তি দেখুৱাই বেজাৰ কৰে। শোকত বিবেকহীনা মাতৃৰ বিলাপত ৰামৰ শোকানল জ্বলি উঠে, তথাপি তেওঁ চিত্ত স্থিৰ কৰি লক্ষ্মণক কয়:—"লক্ষ্মণ, তোমাৰ পৰাক্ৰম আৰু মোৰ প্ৰতি যেনে তোমাৰ অচলা ভক্তি তাক মই ভালদৰে জানোঁ; কিন্তু তুমি মাতৃৰ সৈতে মোৰ অভিপ্ৰায় বুজিব নোৱাৰি মোক আজি বৰ বেজাৰ দিছা। ধৰ্ম্ম, অৰ্থ আৰু কাম এই তিনিটা লৌকিক সুখৰ হেতু, কিন্তু তিনিয়োটাই ধৰ্ম্ম ফলৰ ভিতৰত থাকিহে মানুহক সুখ দিয়ে। যিবোৰ কামত ধৰ্ম্ম নাই কেৱল অৰ্থ আছে, সেইবোৰ কাম কৰিলে কেৱল আনৰ হিংসাৰ পাত্ৰ হোৱা যায়; আৰু যিবোৰ কৰ্ম্মত কেৱল কাম আছে তাক কেৱে প্ৰশংসা নকৰে। যিজনা পিতা অথচ বৃদ্ধ, গুৰু আৰু ৰজা তেওঁ যি কৰিবলৈ আদেশ কৰে, তাক কোন সাধুচৰিত লোকে নকৰি থাকিব পাৰে? এতেকে ভাই, মই পিতাৰ এই প্ৰতিজ্ঞা পালন নকৰি থাকিব নোৱাৰিম।" পাচত কৌশল্যাৰ ফাললৈ চাই "দেবি, মানৱজীৱন অস্থায়ী, ৰাজ্যৰ নিমিত্তে মই

মহা কুল-যশ ত্যাগ কৰিব নোৱাৰোঁ। সেই কাৰণে এই ধৰ্ম্মপথৰ পৰা পিছলি তুচ্ছ পৃথিবীৰ ৰাজ্য মই নিবিচাৰোঁ।

ৰামৰ প্ৰিয় আৰু মঙ্গলাকাঙ্ক্ষী ভাই লক্ষ্মণে ৰামৰ ৰাজ্য-হানিৰ বাবে অন্তৰত কষ্ট পাই ৰঙা পৰি উঠিল। তাকে দেখি ৰামে কলে :—“লক্ষ্মণ, তুমি ধৈৰ্য্য ধৰি শোক আৰু ৰোষ এৰা; এই ঘটনাক অপমানজনক বোধ নকৰি আনন্দ চিত্তে নিৰ্দ্দোষ কাম কৰা। মোৰ অভিষেকৰ নিমিত্তে যিবোৰ বস্তু গোটাইছে, বেগতে সেইবোৰ আঁতৰোৱা। হে সৌমিত্ৰেয়, অভিষেক ভঙাৰ নিমিত্তে মাতৃদেবীৰ মন বৰ পৰিতপ্ত হৈছে, আমাৰ সেই মাতৃ মোৰ বন-গমনত যাতে শঙ্কা নকৰে, তুমি তাৰ ব্যৱস্থা কৰা; কিয়নো মোৰ এনে কথা মনত নপৰে, যে কেতিয়াবা মই জ্ঞান বা অজ্ঞানত পিতৃ-মাতৃসকলৰ অপ্ৰিয় সামান্য কাম কৰিছোঁ। সত্যবাদী, সত্য প্ৰতিজ্ঞ মোৰ পিতাই পৰলোকলৈ ভয় কৰি অসত্যৰ বাবে ভয় খাইছে, তেওঁ নিৰ্ভয় হওক।

হে শুভদৰ্শন, তুমি জানা, মাতৃসকলৰ প্ৰতি মোৰ যেনে ভক্তিৰ প্ৰভেদ নাই, কৈকেয়ীদেৱীৰো নিজ সন্তান আৰু মোত স্নেহৰ তেনে তাৰতম্য নাছিল; এনে অৱস্থাত তেওঁ ৰজা দশৰথক মোৰ অভিষেক নিবৃত্তি আৰু বনগমনৰ নিমিত্তে যিবোৰ দুৰ্ব্বাক্য বুলিছে, সেইবোৰ দৈৱৰ বাহিৰে আন কেৱে কৰা বুলি মই নাভাবোঁ। কৈকেয়ীদেৱী তেনে গুণৱতী ৰাজনন্দিনী হৈ সুস্থিৰ অৱস্থাত কেনেকৈ সামান্য তিৰোতাৰদৰে স্বামীৰ আগত মই বেজাৰ পোৱা কথা কব? নিশ্চয় তেওঁত আৰু মোত দৈৱে

ঘটোৱা বিপৰ্য্যয় ঘটিছে। দৈৱ অচিন্তনীয়, তাৰ প্ৰভাৱ অঁতৰোৱা প্ৰাণীৰ সাধ্যাতীত। বোপা, সুখ-দুখ, ভয়-ক্ৰোধ, লোভ-অলোভ, উৎপত্তি-বিনাশ আৰু তেনেকুৱা যি আছে সেই সকলোবোৰ দৈৱৰ কাম, এইবোৰৰ বাহিৰে দৈৱক বুজাৰ আৰু উপায় নাই; এতেকে বুজিব নোৱাৰা দৈৱৰ লগত যুঁজ কৰা সম্ভৱ নহয়। উগ্ৰতপা ঋষিসকলেও দৈৱপীড়িত হৈ কাম-ক্ৰোধৰ গৰাহত পৰি ভ্ৰষ্ট হয়। কৰি থকা কাম এৰি অকস্মাৎ পূৰ্ব্বে নভৱা নিচিন্তা কামত প্ৰবৃত্ত হোৱাটোৱেই দৈৱৰ কাম; এই তত্ত্বজ্ঞানেৰে মোৰ চিত্ত স্থিৰ কৰিছোঁ। লক্ষ্মণ, মোৰ ৰাজ্যনাশ হোৱা বাবে তুমি সন্তাপ নকৰিবা, কিয়নো ৰাজত্ব আৰু বনবাস কৰাৰ ভিতৰত মোৰ পক্ষে বনবাসেই মহা ফলজনক।”

লক্ষ্মণে তললৈ মূৰ কৰি ৰামৰ কথাবোৰ শুনাত তেওঁৰ অন্তৰত বেজাৰ আৰু আনন্দ একে লগে উদয় হ'ল। পাচত চকু থিয় কৰি গাঁতৰপৰা ওলোৱা সাপৰদৰে ফোঁপাব ধৰিলে—তেওঁৰ মুখ খঙাল সিংহৰদৰে জিলিকি উঠিল। পাচত ৰামৰ ফালে চাই চিঞৰি চিঞৰি হাতজোৰ কৰি কবলৈ ধৰিলে:—ধৰ্ম্মহানিৰ ভয়ত আৰু মই পিতৃ-বাক্য পালন নকৰিলে আনেও মোৰ আহি লব, তাৰ ফলত সমস্ত জগত নষ্ট হব, এনে আশঙ্কাত আপুনি বন-গমনলৈ ব্যগ্ৰ হোৱা নিতান্ত ভুল; আপুনি যেনে কথা কলে, আপোনাৰদৰে দক্ষ ক্ষত্ৰিয় শ্ৰেষ্ঠসকলে একেবাৰে ভুলত নপৰিলে জানো তেনে কথা কয়?

যি দৈৱৰ কাম কৰিবৰ নিজৰ সামৰ্থ্য নাই, সকলো কৰ্ম্ম সাধনেই পুৰুষাকাৰৰ অপেক্ষা কৰে, সেই দৈৱৰ আপুনি কি মিছা প্ৰশংসা কৰিছে ? হে ধৰ্ম্মাত্মন্, জগতৰ বহুতো যে বাহিৰত ধৰ্ম্মপৰায়ণ, ইয়াক আপুনি কিয় নুবুজে ? সেই পাপাত্মা দশৰথ আৰু কৈকেয়ীলৈ আপোনাৰ কিয় পাপশঙ্কা হোৱা নাই ? চাওক বাৰু, তেওঁলোকে নিজ উদ্দেশ্য সিদ্ধিৰ কাৰণে ছল কৰি বিনা দোষত আপোনাক এৰিব খুজিছে। হে ৰঘুনন্দন, যদিহে তেওঁলোকৰ পূৰ্ব্বৰেপৰা তেনে আশয় নাথাকিলহেঁতেন তেন্তে বৰ দুটা আগতে দিলেহেঁতেন। এতিয়া আপোনাক পৰিত্যাগ কৰি আনক অভিষিক্ত কৰিবলৈ উদ্যোগ কৰিছে ; তাত সকলো-লোকেই বেজাৰ পাইছে। গতিকে মই তাক সহ্য কৰিবলৈ চেষ্টা নকৰাৰ বাবে মোক আপুনি ক্ষমা কৰা উচিত।

হে মহামতি, যি ধৰ্ম্মৰপৰা আপোনাৰ বুদ্ধিৰ দ্বৈধ ভাব ঘটিছে আৰু যাৰপৰা আপোনাৰ মোহ জন্মিছে, সেই ধৰ্ম্মও মোৰ অবাঞ্ছনীয় ; কিয়নো আপুনি সকলো কাম কৰিব পাৰিও কি ৰকমে কৈকেয়ীৰ মতে চলা পিতা দশৰথৰ লোকগৰ্হিত অধৰ্ম্ম বাক্য পালন কৰিব ? আপুনি যে দশৰথ আৰু কৈকেয়ীৰ কপটতাৰ-পৰা হোৱা এই অভিষেক ব্যাঘাতৰূপ ভেদ বুজিব পৰা নাই আৰু তাৰ ফলতেই আজি আপোনাৰ এনে গৰ্হিত ধৰ্ম্মাসক্তি হৈছে, ইয়াক ভাবিলেই মোৰ হিয়া বেজাৰে ভৰি পৰে। এই জগতত আপোনাৰ বাহিৰে কেৱে সেই অহিতকাৰী পিতৃ-মাতৃনামধাৰী শত্ৰুবিলাকৰ অভিলাষ পূৰণৰ কথা মনলৈ নানে ;

গতিকে আপোনাৰ ধৰ্ম্মাসক্তি সকলো লোকৰ নিন্দিত, আৰু যদি দৈৱৰপৰাই পিতা-মাতাৰ বুদ্ধি তেনে হৈছে বুলি আপোনাৰ নিশ্চয় হৈছে, তথাপি সেই নিশ্চয়তাক আপুনি উপেক্ষা কৰা উচিত। কিয়নো তেনে বিৰুদ্ধকাৰী দৈৱকেই মই ভাল নাপাওঁ।

হীনবীৰ্য্য আৰু জ্ঞানশূন্য মানুহহে দৈৱৰ অনুগামী হয়; যাৰ শৌৰ্য্য-বীৰ্য্য লোকবিখ্যাত, তেনে বীৰসকলে কেতিয়াও দৈৱৰ উপাসনা নকৰে। যি পুৰুষৰ পৌৰুষেৰে দৈৱক বাধা দিবৰ ক্ষমতা আছে, তেওঁ দৈৱৰ গুণত বিপন্ন হৈয়ো অৱসন্ন নহয়। দদা! আজি দৈৱ আৰু মানুহৰ ক্ষমতা প্ৰকাশ হব! আজি সকলোৱে দৈৱ আৰু মানুহৰ ক্ষমতা দেখা পাব। যি দৈৱৰপৰা আপোনাৰ ৰাজ্যাভিষেকৰ ব্যাঘাত ঘটিছে, আজি লোকে সেই দৈৱক মোৰ পৌৰুষেৰে নিহত হোৱা দেখিব। আজি মই পৌৰুষেৰে নিৰঙ্কুশ আৰু শৃঙ্খলা অতিক্ৰমকাৰী মদোদ্ধত হাতীবদৰে গমন কৰা দৈৱক ওভোতাই আনিম।

হে আৰ্য্য, আজিকালিৰ কথা নকৰেঁই, আপোনাৰ সহস্ৰ বছৰ পাচত প্ৰাচীন ৰাজৰ্ষিসকলৰ আচৰণ অনুসাৰে প্ৰজাক পালন কৰিবলৈ পুত্ৰসকলৰ ওপৰত ভাৰ দি যেতিয়া আপুনি বনবাসলৈ যাব, তেতিয়াও আপোনাৰ পুত্ৰসকলেহে প্ৰজাপালন কৰিব। এই ৰাজ্যত আন কাৰো অধিকাৰ নাই।

হে ৰাম, ৰজা দশৰথে বিবেচনা শক্তি হেৰুৱা বাবে যদি

ৰাজ্যবিপ্লৱৰ আশঙ্কাতেই ৰাজত্ব কৰিবলৈ আপুনি অভিলাষ নকৰে, তেন্তে সেই আশঙ্কা ত্যাগ কৰক ; কিয়নো সাগৰৰ তীৰ-ভূমিয়ে সাগৰ ৰক্ষা কৰাৰদৰে মই আপোনাৰ ৰাজ্য ৰক্ষা কৰিম। এই প্ৰতিজ্ঞা পালন নকৰিলে মই বীৰলোকভাগী হব নোৱাৰিম।

মহাত্মন্, আপুনি মাঙ্গল্য-দ্ৰব্যেৰে অভিষিক্ত হৈ ৰাজত্ব কৰিবলৈ প্ৰস্তুত হওক, মই অকলেই পৃথিবীৰ সমস্ত মহীপালক নিবাৰণ কৰিম। মোৰ এই হাত দুখন শোভাৰ নিমিত্তে, ধনু অলঙ্কাৰৰ অৰ্থে, অসি কটিবন্ধনৰ বাবে আৰু শৰবোৰ স্তম্ভনৰ কাৰণে নহয়—শত্ৰু-নাশৰ নিমিত্তেহে মোৰ এই চতুৰ্ব্বিধ বস্তু।

হে প্ৰভু, আজি আপোনাৰ প্ৰভুত্ব স্থাপন আৰু ৰজা দশ-ৰথৰ প্ৰভুত্ব বিলোপৰ অৰ্থে মোৰ অস্ত্ৰবোৰৰ প্ৰভাৱ প্ৰকাশিত হব। হে ৰাম, আপোনাৰ অভিষেক-বিঘ্নকাৰীসকলক নিবাৰণ কৰিবলৈ সুহৃদ-পালনৰ উপযুক্ত মোৰ এই বাহু দুটাই উপযুক্ত কাম কৰিব। আজি মই আপোনাৰ কোন শত্ৰুক প্ৰাণ, যশ আৰু বান্ধৱৰপৰা বিমুক্ত কৰোঁ, আপুনি আগেয়ে তাকে মোক কওক। মই আপোনাৰ কিঙ্কৰ ; কি কৰিলে ভূমণ্ডল আপো-নাৰ হাতলৈ যায়, বিনা সঙ্কোচে তাকে মোক কৰিবলৈ আদেশ কৰক।”

ৰামে লক্ষ্মণৰ কথা শুনি কলে—“হে শুভদৰ্শন, পিতৃ-মাতৃৰ বাক্যমতে চলা সাধুসকলৰ আচৰিত পথ, এই কাৰণে মই তাতেই আছোঁ, তুমি ইয়াক বুজিবা।”

কৌশল্যা দেবীয়ে ধৰ্ম্মমতি ৰামক পিতৃ-বাক্য পালনত কৃত-নিশ্চয় দেখি কান্দোঁ কান্দোঁহে কলে—“হে লোকৰঞ্জন ৰাম, তুমি অযোধ্যাৰ ৰজা দশৰথৰ পুত্ৰ, কুশল-ৰাজতনয়া অযোধ্যা-ৰাজমহিষী তোমাৰ জননী ; তুমি দুখৰ ছাঁ দেখা নাই ; কেনেকৈ ভিক্ষা বৃত্তি লৈ চলিবা ?”



# সীতাৰ বনগমন বাঞ্ছা।

সীতাৰ কাকুতি শুনি রামে পুনু বুলিলন্ত
শুন শুন জনক জীয়াৰী।
তিৰী সমে বনবাস সুখৰ নাহিকে আশ
শুনি হাসিবেক নৰ-নাৰী॥

ভয়ঙ্কৰ বন তাত আছে সিংহ অসংখ্যাত
গহ্বৰত পশি কৰে নাদ।
তই সুকোমলী নাৰী শুনি তাক যাইবি ডৰি
মোৰ মহা মিলিব প্ৰমাদ॥

মহামত্ত হস্তিচয় ফুৰে যুথে যুথে তয়
চিহঁৰণি শুনি কাম্পে প্ৰাণ।
মহিষ বৰাহ বাঘ আছে বৰ বৰ নাগ
দৰশনে হবে শ্ৰুতিজ্ঞান॥

জোঁক পোক মশ ডাঁস দেখি তই হৈবি ত্ৰাস
স্বভাৱে ডৰুক তিৰীজাতি ।
ফল-মূল বিনে আন ভোজন নাহিক তাত
কিমতে সহিবি দুখ আতি ॥

ৰত্নময় মন্দিৰত চলন্তে শোণিত ঝৰে
দেখোঁ তোৰ চৰণৰ ভাৱ ।
অৰুণ কমল পাৱ কুশময় কণ্টকত
কিমতে কাঢ়িবি তই পাৱ ॥

নেত তুলি কমলীত সদায়ে শয়ন কৰ
কেনে শুইবি তৃণৰ শয্যাত ।
বোলোঁ তোক প্ৰাণেশ্বৰী পতিব্ৰতা ধৰ্ম্ম ধৰি
ঘৰে থাকি ভজিও আমাত ॥

সীতায়ে বোলন্ত প্ৰভু আত মোৰ ভয় নাই
প্ৰাণ মোৰ আছে তযু পাৱে ।
সিংহ, বাঘ, হস্তী, নাগ ওচৰকো নাসিবেক
পলাইবেক তোমাৰ প্ৰভাৱে ॥

নাম মাত্ৰ শুনি যাৰ দূৰ হোৱে যম-কাল
আন কোন ক্ষুদ্ৰ হয় ভয় ।
হেন প্ৰভু ৰাম তুমি তোমাৰ মহিৰী আমি
কিঞ্চিতেকো নকৰোঁ সংশয় ॥

যেবে তুমি নেনা সঙ্গে বোলোঁ। তবে সাঙ্গে সাঙ্গে
জীৱনত নাহি মোৰ ফল।
দাৰুণ গৰল খাই মৰিবোহোঁ এহি ঠাই
চিন্তি তযু চৰণকমল॥

এহি বুলি মহাশান্তী কান্দিবাক লাগিলন্তি
শ্ৰীৰামৰ চৰণত পৰি।
সীতাৰ দেখিয়া দুখ ৰামৰো মলিন মুখ
আশ্বাসি তুলিলা কোলে ধৰি।



# কৰ্ম্ম।

জগত কৰ্ম্মময়; যিফালে চোৱা যায় সেইফালেই কৰ্ম্মৰ মূৰ্ত্তি চকুত পৰে—হালোৱাই হাল বায়, গৰখীয়াই গৰু চৰায়, শিক্ষকে পঢ়ায়, ছাত্ৰে পঢ়ে। এইদৰে পকৰা-পিপৰা চৰাই-চিৰকতি আদি সংসাৰৰ সৰু-বৰ সকলো প্ৰাণী কৰ্ম্মত ৰত।

কৰ্ম্মই সংগ্ৰাম আৰু সংগ্ৰামেই জীৱন। সংসাৰত জীয়াই থাকিব খুজিলে, কৰ্ম্ম নকৰিলে উপায় নাই। জীয়াই থকাৰ অৰ্থ দুটা ধৰিব পাৰি; এটা হৈছে যি বিধৰণৰ জীৱ, সি সেই ধৰণে চিনাকি দি জীয়াই থকা, আৰু আনটো হৈছে কোনোমতে প্ৰাণধাৰণ কৰা।

আহাৰ, নিদ্ৰা, বংশ-বৃদ্ধি জীৱৰ স্বাভাৱিক ধৰ্ম্ম; সকলো জীৱে এই তিনিটা কাম নকৰি নোৱাৰে। মানুহ বিবেক-শক্তিৰ গুণত ইতৰ প্ৰাণীতকৈ শ্ৰেষ্ঠ। মানুহৰ অনুভূতি আছে; তাৰ ফলত মানুহৰ অন্তৰত দয়া, দাক্ষিণ্য, ধৈৰ্য্য, ক্ষমা আদি গুণৰ বিকাশ হয়। এই কাৰণেই মানুহে জীৱৰ সাধাৰণ ধৰ্ম্ম পালন কৰাৰ উপৰিও আত্মাৰ্থে আৰু পৰাৰ্থে বহুত কাম কৰিবলগীয়া হয়। এই কাৰণে ইতৰ প্ৰাণীতকৈ মানুহৰ কৰ্ম্ম বেচি। ইতৰ প্ৰাণীয়ে দিনৰ দিনটো কামত লাগি থাকি জীৱন ধাৰণ কৰে; প্ৰকৃতিৰ নিয়ম পালন কৰা মানুহেও

কৰ্ম্মত লাগি থাকিলে ভাত-কাপোৰ আৰু সন্তানপালনৰ কষ্টত নপৰে। ইতৰ প্ৰাণীতকৈ মানুহৰ বুদ্ধিবৃত্তি বেচি; যি মানুহে নিজৰ বুদ্ধি খটাই সংসাৰত চলে, সি অলপ আয়াসতে জীৱিকা আৰ্জ্জন কৰে, আত্মচিন্তা কৰিবলৈ আজৰি পায় আৰু পৰাৰ্থে কাম কৰিবলৈও সময় পায়; তাৰ ফলত তেওঁ মনুষ্যত্ব লাভ কৰি সংসাৰতে স্বৰ্গ-সুখ লাভ কৰে। কিন্তু কৰ্ম্মবিমুখ লোকে নিজৰ অন্তৰৰ উচ্চ বৃত্তি চৰ্চ্চা কৰিবলৈ আজৰি নাপায়, তেওঁলোকে সদায় হা অন্ন, হা বস্ত্ৰ কৰি কোনোমতে প্ৰাণধাৰণ কৰি নৰকৰ যন্ত্ৰণা ভোগ কৰে। সংসাৰ কৰ্ম্মীৰ ভোগৰ স্থান আৰু কৰ্ম্মবিমুখৰ যাতনাৰ স্থান।

সংসাৰত হাজাৰৰ ভিতৰত দুই এজনেহে পূৰ্ব্বপুৰুষৰ সম্পত্তি লাভ কৰি বিনাশ্ৰমত সংসাৰযাত্ৰা নিৰ্ব্বাহ কৰিব পাৰে। এইবিলাক মানুহে নিজে কাম নকৰাৰ বাবে তেওঁ-লোকৰ হৃদয় ভালদৰে পৰিস্ফুট নহয়। কৰ্ম্মত আসক্ত থাকিলে হৃদয়ত কুপ্ৰবৃত্তি জন্মিব নোৱাৰে। ইংৰাজীত এটা প্ৰবাদবাক্য আছে—"এলেহুৱা মন ভূতৰ বাহ।" আমি যি সময়ত এলেহুৱা ভাবে বহি থাকোঁ, সেই সময়তেই হিয়াত নানা কুভাবে আহি দেখা দিয়ে; তেতিয়া কোনো লগৰীয়া পালে পৰনিন্দা কৰি, অনাৱশ্যকীয় গল্প পাতি জিভা চুৱা কৰোঁ। এলাহ পৰনিন্দাৰ জনক। পৰচৰ্চ্চাৰ লগত আত্মপ্ৰশংসাৰূপ মহাপাপেও সঙ্গলাভ কৰে। এই কাৰণেই এলাহেই মানুহক পশুত পৰিণত কৰা প্ৰধান ব্যাধি হৈ উঠে।

সৰু বৰ সকলো কামতে গৌৰৱ আছে। এজন ধনী আৰু মানী মানুহক কোনো কাম কৰা দেখিলে আমাৰ মনত আনন্দ লাগে, আৰু এলাহত হাতসাৰুটি বহি থকা মানুহলৈ স্বভাৱতে আমাৰ ঘৃণা-ভাবৰ উদ্রেক হয়। চহকী মানুহে জাতিভাইৰ মঙ্গলৰ অৰ্থে লাখ টকা ব্যয় কৰা যেনে প্ৰশংসাৰ কাম, দুখীয়া মানুহে ওচৰচুবুৰীয়াৰ হিতৰ অৰ্থে দহ টকা খৰচ কৰাও তেনে প্ৰশংসাৰ কাম।

"মই নোৱাৰোঁ", "কৰিব নোৱাৰিম" আদি কথা দুৰ্ব্বলতাৰ পৰিচায়ক। আত্মনিৰ্ভৰশীল, উৎসাহী, দৃঢ়প্ৰতিজ্ঞ লোকৰ মুখৰপৰা এইবোৰ কথা নোলায়। মানুহৰ ভাগ্য নিজৰ হাততেই; যি মানুহে যিহকে একান্তমনে সাধনা কৰে সি তাকেই পায়। মানুহে আপোন আপোন কৰ্ত্তব্য অটুট ভাবে পালন কৰিলে আশাতীত ফল লাভ নহৈ নাথাকে। কিন্তু যিবিলাকে অলপ পৰিশ্ৰম কৰি অধিক ফল আশা কৰে, সি সন্তুষ্ট হব নোৱাৰে। কৰ্ত্তব্য কৰি সদায় সন্তোষত কাল কটাব খুজিলে উচ্চ আদৰ্শ লৈ অলপ আশা কৰি কৰ্ত্তব্যত লিপ্ত থকা যুগুত।

সকলো কাম সকলোৰে পক্ষে সমান টিলা নহয়। এজনে কোনো এটা কাম এঘণ্টাত কৰিব পাৰিব পাৰে, কিন্তু সেই কাম আন এজনে তিনি চাৰি ঘণ্টাতো কৰিব নোৱাৰিটো অসম্ভৱ নহয়। কিন্তু যত্নৰ অসাধ্য একো নাই,— ঘঁহি থাকিলে শিলো ক্ষয় যায়; যিমানেই টান কাম নহওক, একান্তমনে পুনঃ পুনঃ যত্ন কৰিলে সি সহজসাধ্য নহৈ নাথাকে। ইচ্ছা হলে উপায় ওলায়,

কিন্তু এই ইচ্ছা ঐকান্তিক হব লাগে। ইংৰাজীত এটা প্ৰবাদ-বাক্য আছে, যে "যি নিজৰ উপায় নিজে বিচাৰে, ঈশ্বৰেও তেওঁক সহায় কৰে।"

সংসাৰত উন্নতি কৰিবলৈ হলে মানুহৰ অন্তৰত প্ৰথমে কৰ্ম্ম কৰিবলৈ প্ৰব্ল ইচ্ছা জন্মিব লাগে; কৰ্ম্মীজন আত্মনিৰ্ভৰশীল আৰু দৃঢ়প্ৰতিজ্ঞ হলে তেওঁ কৃতকাৰ্য্য নহৈ নাথাকে। কোনো কৰ্ম্মলৈ প্ৰব্ল ইচ্ছা জন্মিলে উপায় আপুনি আহি আগত দেখা দিয়ে। মানুহ ভুলত পৰা স্বাভাৱিক; এবাৰ বা দুবাৰ ভুলত পৰি অকৃতকাৰ্য্য হব পাৰে, কিন্তু কামটো সম্পাদন কৰিবলৈ দৃঢ়-প্ৰতিজ্ঞা থাকিলে পুনঃ পুনঃ যত্ন কৰিবলৈ আমাৰ প্ৰবৃত্তি নজন্মি নাথাকে। ঐকান্তিক ইচ্ছাৰ বিফলতা নাই; জাহাজ, ৰেল, আকাশীজাহাজ, টেলিগ্ৰাফ আদিৰ আবিষ্কাৰ, বলৱতী ইচ্ছা আৰু অধ্যৱসায়ৰ ফলমাথোন।

উন্নত দেশৰ মানুহবিলাক সদায় কৰ্ম্মত লিপ্ত থাকে; তেওঁ-লোকৰ লক্ষ্যও উচ্চ। এই কাৰণে এলাহক ঘিণ কৰি তেওঁ-লোকে নিজক মহান আদৰ্শত চালিবলৈ অহৰহ যত্ন কৰি থাকে। এইবোৰ দেশত সেই কাৰণে পৰচৰ্চ্চা আৰু পৰনিন্দা কৰা বেচি-ভাগ মানুহৰ অভ্যাস নাই। আমাৰ দেশৰ বেচিভাগ মানুহৰ লক্ষ্য ডাঙৰ নহয়, নিজৰ ওপৰত বিশ্বাসো প্ৰায় মানুহৰে কম; বেচিভাগ মানুহেই সদায় পৰৰ ওপৰত নিৰ্ভৰ কৰি চলিব খোজে। এই কাৰণেই সামান্য কাম কৰি কোনোমতে প্ৰাণ প্ৰৱৰ্ত্তিলেই হল বুলি ভাবে; আৰু আজৰি পৰখিনি পৰচৰ্চ্চাত খৰচ কৰে।

আনৰ গুণ-চৰ্চ্চাই আমাৰ মনলৈ আশা আৰু উদ্দীপনা আনে, কিন্তু ছিদ্ৰ অন্বেষণে এলাহক আদৰে। খ্যাতনামা লোকৰ গুণৰ প্ৰশংসাই জীৱনৰ বাট পোহৰ কৰি দিয়ে আৰু সৎকৰ্ম্মৰ সহযোগিতাই কৰ্ম্মত অভ্যাস জন্মায়; কিন্তু প্ৰতিষ্ঠাবান লোকৰ সৰুসুৰা দোষ উপেক্ষা নকৰা স্বভাৱে জড়তাক আশ্ৰয় কৰে।

মানুহে কৰ্ম্ম কৰি দেৱতা হয়—পৃথিবীতে স্বৰ্গ-সুখ ভোগ কৰে। কাপুৰুষবিলাকে দৈৱক নিৰ্ভৰ কৰি চলে আৰু তাৰ ফলত ভাত-কাপোৰৰ দুখতে অশেষ লাঞ্ছনা ভোগ কৰে। নিষ্কাম কৰ্ম্মতহে শান্তি; সম্মান, পুৰস্কাৰ আৰু প্ৰশংসাৰ আশা কৰা কৰ্ম্মত ক্ষণিক আনন্দহে পোৱা যায়। এতেকে ঈশ্বৰত বিশ্বাস ৰাখি নিষ্কাম ভাবে নিজ নিজ কৰ্ত্তব্যত নিযুক্ত থাকিলে, মানুহৰ অন্তৰত দেৱভাবৰ বিকাশ হয়, সমাজ আৰু দেশত শান্তি জিলিকি উঠে।



# পোহৰ।

যি শক্তিৰ গুণত আমি এই বিশ্ব-ব্ৰহ্মাণ্ডৰ যাবতীয় বস্তু চক্ষুৰূপ যন্ত্ৰেৰে দেখিছোঁ, সেয়ে পোহৰ। ইয়াৰপৰা বুজা যায়, যে পোহৰ আমাৰ চকুৰ বাহিৰত থকা কিবা এটা বস্তু। এই পোহৰ নাথাকিলে অতি সূক্ষ্ম চকুৰেও আমি একোকে দেখা নাপাওঁ। সূৰ্য্য, নক্ষত্ৰ আদিক কেৱল সিহঁতৰ আপোন আপোন পোহৰৰ গুণত হে দেখা পাওঁ। এইবিলাকৰপৰা পোহৰ আহি আমাৰ চকুত পৰে, সেই কাৰণেহে আমি সেইবিলাক বস্তুৰ অস্তিত্ব অনুভৱ কৰিব পাৰোঁ। গ্ৰহ, উপগ্ৰহ, গছ, লতা আদিৰ নিজা পোহৰ নাই; সূৰ্য্যৰ পোহৰ এইবিলাকত পৰি উভতি আহি যেতিয়া আমাৰ চকুত আঘাত কৰে, তেতিয়া আমি সেই বস্তুবিলাক দেখোঁ। এই কাৰণে পোহৰ নাথাকিলে চকু থকাতো আমি অন্ধ।

পোহৰ নো কি ইয়াৰ আতি-গুৰি বুজিবলৈ বহুতে বহুত মত প্ৰচাৰ কৰিছে। কিছুমানে কয়, যে যিবোৰ বস্তুৱে পোহৰ দিয়ে সেইবোৰৰপৰা অতি সূক্ষ্ম কিছুমান বস্তু চাৰিওফালে সৰল-ৰেখাক্ৰমে বিকীৰ্ণ হয়। এই সূক্ষ্ম কণাবিলাক আহি আমাৰ চকুত আঘাত কৰিলেই আমাৰ পোহৰৰ জ্ঞান হয়। বিখ্যাত বৈজ্ঞানিক পণ্ডিত নিউটনে এই মত সঁচা বুলি স্বীকাৰ কৰিছিল। কিন্তু নিউটনৰ পিচত আবিষ্কাৰ-হোৱা পোহৰৰ বহুত

কথা এই মতেৰে বুজাব নোৱাৰি ; গতিকে আজিকালিৰ বৈজ্ঞানিক পণ্ডিতসমাজে এই মত ভুল বুলিবলৈ বাধ্য হৈছে।

প্ৰকৃততে অলপ দকৈ গমি চালে বুজিব পাৰি, যে পোহৰ কোনো পদাৰ্থ নহয়, পদাৰ্থৰ অণুবিলাকৰ এক ৰকম আন্দোলন বা তৰঙ্গ মাথোন। এই মত বৈজ্ঞানিক পণ্ডিত হিগেলে ১৬৭৮ খ্ৰীষ্টাব্দত প্ৰথমে প্ৰচাৰ কৰে। ইয়াৰ পাচত মহামতি ক্লাৰ্ক ম্যাক্সওৱেল্‌ প্ৰভৃতি পণ্ডিতসকলে পোহৰৰ বহুত নতুন নতুন তত্ত্ব আবিষ্কাৰ কৰে। এওঁবিলাকে এই পোহৰ বুজিবলৈ চেষ্টা কৰোঁতে ইথাৰ নামে এবিধ অতি সূক্ষ্ম স্থিতি-স্থাপক বিশ্বব্যাপী পদাৰ্থৰ অস্তিত্ব প্ৰমাণিত হৈছে। আমাৰ অতীজৰ পূজনীয় পণ্ডিতসকলেও আকাশ নামে এবিধ অতি সূক্ষ্ম বিশ্বব্যাপী বস্তুৰ অস্তিত্ব স্বীকাৰ কৰি গৈছে। এতেকে ইথাৰ আৰু আকাশক একে পদাৰ্থ নুবুলি নোৱাৰি।

এই ইথাৰ বা আকাশৰ এটা গুণ এই, যে ই নাই এনেকুৱা ঠাই ক'তো দেখা নাযায় ; যিমান বস্তু আছে সকলোতে ই আছে। গ্ৰহ-নক্ষত্ৰ আদিৰ মাজত যি বিশাল অনন্ত ৰাজ্য আছে তাতো ই বৰ্ত্তমান। ইস্পাতৰ স্প্ৰিং কিম্বা ৰবৰ যেনে বস্তু, এই আকাশো কিছু পৰিমাণে তেনেকুৱাই ; টানি ধৰিলে ই বলি আহে, এৰি দিলে আকৌ পূৰ্ব্বাৱস্থা পায়। ৰবৰডোখৰ টানি ধৰি এৰি দিলে কিছু পৰ কঁপি থাকে আৰু লাহে লাহে বৈ যায়। এই আকাশৰো কোনো অংশত অলপ লৰাই দিলেই ই ঘন ঘনকৈ কঁপি থাকে ; আৰু এনেকৈ কঁপাৰ গুণতে ইয়াৰ চাৰিওফালে ঢৌ উঠে। পানী

আৰু বায়ু স্থিতিস্থাপক; ইহঁতৰো কোন অংশৰ আন্দোলনত গোটেইটো আন্দোলিত হৈ পানীত ঢৌ আৰু বায়ুত শব্দ-তৰঙ্গ উৎপন্ন হয়। কিন্তু পানীৰ ঢৌ আৰু শব্দ-তৰঙ্গৰ বেগৰ লগত আকাশৰ আলোকতৰঙ্গৰ বেগৰ তুলনা নহয়। এই আলোক-তৰঙ্গ আকাশত প্ৰত্যেক চেকেণ্ডত ১,৮৬,০০০ মাইল বেগেৰে যায়। সূৰ্য্যমণ্ডল আমাৰ ইয়াৰপৰা ৯,৩০,০০,০০০ মাইল দূৰ; আলোকতৰঙ্গে ইমানখিনি বাট কেৱল আঠ মিনিটত আহি আমাৰ দৰ্শনেন্দ্ৰিয়ত আঘাত কৰেহি।

পোহৰ থকা ঢৌবোৰ বেগত যদিও বৰ বেচি কিন্তু আঁকাৰত অতি ক্ষুদ্ৰ। পণ্ডিতসকলে হিচাব কৰি ঠিক কৰিছে, যে আকাশৰ যিবোৰ ঢৌৰে আমাৰ পোহৰৰ জ্ঞান জন্মায় সিহঁতৰ একোটা, দীঘলে এক ইঞ্চিৰ লক্ষ ভাগৰ এভাগ মাথোন। এই ঢৌবিলাকৰ ভিতৰত যিবোৰ অলপ দীঘল সেইবোৰে ৰঙা ৰহণৰ পোহৰ দিয়ে। ইযাতকৈ অলপ চুটিবোৰে হালধীয়া, নীলা আৰু আটাইতকৈ চুটিবোৰে বেঙুনীয়া ৰহণৰ পোহৰ দিয়ে। কিন্তু ৰঙা পোহৰৰ ঢৌতকৈ দীঘল, আৰু বেঙুনীয়া পোহৰৰ ঢৌতকৈ চুটি ঢৌবোৰক আমাৰ চকুৱে ধৰিব নোৱাৰে, সেই কাৰণে আমি সেইবোৰ নেদেখোঁ। সূৰ্য্যই আমাক যি পোহৰ দিয়ে সি সাতোটা ৰঙৰ সমষ্টি মাথোন। তিনি-শিৰীয়া এখন কাঁচৰ মাজেদি সূৰ্য্যৰ পোহৰ আহি কোনো ঠাইত পৰিলে এই ৰং কেইটা বেলেগকৈ দেখা পোৱা যায়। ইয়াৰ দ্বাৰাই প্ৰমাণ হয়, যে সূৰ্য্যালোকত এই সাত বিধ বিভিন্ন বৰ্ণৰ ৰং আছে, আৰু

এই ৰং কেইটা লগ লগালে পুনৰ আগৰ বগা পোহৰকে পোৱা যায়। সূৰ্য্যৰ পোহৰত এখন ৰঙা কাঁচ ধৰিলে কেৱল আমি ৰঙা পোহৰহে দেখা পাওঁ; ইয়াৰ কাৰণ অন্য একো নহয়—বাকী ছ-বিধ পোহৰ সি শুহি লৈ কেৱল ৰঙা পোহৰটো হে এৰি দিয়ে। তেনেকৈ এখন নীলা কাঁচ ধৰিলে কেৱল নীলা পোহৰ হে আমি অহা দেখোঁ।

এই পৃথিবীত আমি নানা বৰ্ণৰ বস্তু দেখিবলৈ পাওঁ—কিছুমান ৰঙা, কিছুমান সেউজীয়া, আকৌ কিছুমান বা নীলা বা বেঙুনীয়া। আমি দেখাত তেনে ৰং দেখিলেও প্ৰকৃততে সেইবোৰ বস্তুৰ ঠিক নিজা ৰং তেনে নহয়। সূৰ্য্যৰ পোহৰ কোনো বস্তুত পৰিলে সি কেৱল নিজৰ ৰঙৰ পোহৰ বিকীৰ্ণ কৰি বাকীবোৰ শুহি লয়। ৰঙা জবাফুলত সূৰ্য্যৰ পোহৰ পৰিলে সি কেৱল ৰঙা পোহৰ হে বিকীৰ্ণ কৰে, বাকী ছটা প্ৰায় শুহি লয়;—এইবাবে জবাফুল ৰঙা দেখোঁ। আজিৰপৰা সূৰ্য্যই যদি বগা পোহৰ নিদি ৰঙা পোহৰ দিয়ে তেন্তে ৰঙা বৰ্ণৰ বস্তুৰ বাহিৰে আন বৰ্ণৰ বস্তুবোৰৰ ৰং তেনেই বদলি হৈ যাব—সেই সময়ত পৃথিবীত একেবাৰেই বৰ্ণ-বিভ্ৰাট ঘটিব। এতেকে কোন বস্তুৰ কোনটো প্ৰকৃত ৰং তাক সঠিককৈ কোনেও কব নোৱাৰে—সূৰ্য্যৰ বগা পোহৰৰ গুণতহে আমি বস্তুবোৰৰ এনেকুৱা ৰং দেখিবলৈ পাইছোঁ। সৰ্ব্বশক্তিমান পৰমেশ্বৰৰ কি অপূৰ্ব্ব সৃষ্টি-কৌশল!

—*—

# শকুন্তলা ।

আজিও ৰঞ্জিত কৰি, কল্পনা ফুলনি,
আজিও ফুলিছে ফুল গাত গোন্ধ লই,
হাতত কুঁকিবে স'ত্তে শকুন্তলা আহি
ফুল তুলিবৰ মনে আছে থিয় হই ।

প্ৰিয়ম্বদা-অনুসূয়া দুয়ো গোটখাই
হাতত কলহ লই ফুলৰ তলত,
ঢালিছেহি পানী চোৰা সাক্ষাত আগতে,
আলসুৱা শকুন্তলা আছে ওচৰত ।

লিখিছে সাদৰি চিঠি শকুন্তলা বহি,
নেলাগে ছবিত আৰু আঁকি দেখুৱাব,
সুচুৰা সুচুৰা কেৰে নিচেই কোমল ;
শকুন্তলা ফুল পাহি জঁয় পৰি যাব ।



# বৈকুণ্ঠ।

প্ৰত্যেক জাতিৰ সুখৰ একোটা আহি আছে। সেই আহি যি ঠাইত পোৱা যায়, তাকে সেই জাতিৰ বৈকুণ্ঠ বোলে।

প্ৰত্যেক জাতিৰ সুখৰ আহি বেলেগ বেলেগ, সেই দেখি সিহঁতৰ বৈকুণ্ঠও বেলেগ বেলেগ। হিন্দুৰ বৈকুণ্ঠ খ্ৰীষ্টিয়ানৰ লগত নিমিলে, খ্ৰীষ্টিয়ানৰ বৈকুণ্ঠ মুছলমানৰ লগত নিমিলে। খ্ৰীষ্টিয়ানবিলাকৰ মতে বৈকুণ্ঠ এখন আনন্দৰ উপবন, তাৰ ভিতৰত অসংখ্যাত ফুলনি আছে আৰু ফুলনিয়ে পতি অযুত অযুত বিতোপন ফুল ফুলি আছে। ফুলনিবোৰৰ মাজত নানা বিধ বহুমূলীয়া বাখৰ আৰু মণি-মুক্তা পাৰি দিয়া সৰু সৰু বাট আছে। পুৰীখন গোটাই চিকমিকীয়া সেউজীয়া নতুন দুবৰিৰে ঢকা, তাত মলয়া বাৰেও মাহে বলে। বৈকুণ্ঠ সদায় পোহৰ, তাত ৰাতি নাই, সমস্ত পুৰী উজ্জ্বল জ্যোতির্ম্ময়। সেই পুৰীৰ ভিতৰত পৰমেশ্বৰ এখন উচ্চ আসনত বহি আছে, আৰু স্বৰ্গৰ দূতবিলাকে তেওঁক চৌপাশে বেঢ়ি আছে, ওচৰত যীশুখ্ৰীষ্ট পিতৃৰ আদেশলৈ অপেক্ষা কৰি থিয় হৈ আছে।

মুছলমানৰ বৈকুণ্ঠ এনেকুৱা নহয়। তেওঁলোকৰ মতে বৈকুণ্ঠ এখন গড় মৰা পুৰী, তাত 'পয়গম্বৰ' প্ৰধান মোহম্মদ আৰু তেওঁৰ দুহিতাই স্বয়ং পৰ দিছে। তাত ৰাতি নাই,

সদায় প্ৰাতঃকাল অৰ্থাৎ ৰাতিপুৱাৰ পোহৰৰ নিচিনা পোহৰে পুৰী সদায় পোহৰাই ৰাখিছে। পুৰীৰ ভিতৰত নানাবিধ উপাদেয় ফলৰ গছ আছে, আৰু অভিলাষ কৰিলেই সেই ফল খাবলৈ পোৱা যায়। বৈকুণ্ঠৰ ভিতৰত অনেক মনোহৰ অট্টালিকা আছে আৰু অনেক উপবন আছে। তাত "অবকৌবৰ" নামেৰে এটি নিজৰা আছে। সেই নিজৰাৰ পানী অতিশয় মিঠা, পৃথিৱীৰ কোনো বস্তুৱেই তেনেকুৱা মিঠা নহয। বৈকুণ্ঠত লৰা-ছোৱালী নাই, বুঢ়া-বুঢ়ী নাই, তাৰ নৰ-নাৰী সকলো ডেকা, তিৰোতা মাত্ৰেই ষোড়শী, মুনিহ মাত্ৰেই ত্ৰিশ বত্ৰিশ বছৰীয়া! বৈকুণ্ঠত মল-মূত্ৰৰ বেগ নাই অৰ্থাৎ মল-মুত্ৰ ত্যাগ কৰিবৰ প্ৰযোজন নহয় আৰু তাত যি অভিলাষ কৰা যায় তাকে পোৱা যায়। মুছলমানৰ মতে বৈকুণ্ঠতো ঈশ্বৰৰ লগত সাক্ষাৎ নহয়; তেওঁ নিৰাকাৰ জ্যোতিৰ্ম্ময়, তেওঁ কাৰো দৰ্শনৰ বস্তু নহয়।

হিন্দুবিলাকৰ মতে বৈকুণ্ঠত নানাবিধ মণিমুক্তাৰে সজোৱা ৰথ শাৰী শাৰীকৈ সজাই থৈছে। ৰথৰ মণিমুক্তাৰ জেউতিয়ে তাত দিন-ৰাতিৰ ভেদ নোহোৱা কৰিছে। বৈকুণ্ঠত সুন্দৰ সুন্দৰ বহুত সৰোবৰ আছে। সেই সৰোবৰবিলাকত সুগন্ধ পদ্ম ফুলিছে আৰু ৰাজহাঁহ চৰিছে, গোটাইখন পুৰীত মলয়া বৈ থাকে, ভোমোৰাবোৰে চাৰিওফালে ভন্ ভন্ কৰি ঈশ্বৰৰ গুণ-কীৰ্ত্তন কৰি ফুৰিছে। ভিতৰত এটা ৰত্নৰ মন্দিৰ আছে, সেই মন্দিৰৰ খুটা বৈদূৰ্য্যৰ, বেৰ ফটিকৰ, হীৰা-মাণিক খটোৱা দুৱাৰ আৰু

সেই দুৱাৰত সোণৰ শিকলি লগোৱা আছে। ৰুৱা, মাৰলি, চতি সকলো নানাবিধ ৰত্নৰে সুশোভিত। মন্দিৰটি সূৰ্য্য জ্বলাদি জ্বলি আছে। এই মন্দিৰৰ ভিতৰত এখন বিচিত্ৰ চন্দ্ৰাতপৰ তলত ৰত্নৰ সিংহাসনত ঈশ্বৰ বহি আছে। পাৰিষদবিলাকে চৌপাশে বেঢ়ি তেওঁৰ ওপৰত মুক্তামণ্ডিত ছত্ৰ ধৰিছে, বগা চামৰেৰে বিচিছে, আৰু মাজে মাজে সুগন্ধ ফুল সিঁচিছে, লক্ষ্মীয়ে ভক্তিভাৱে তেওঁৰ চৰণ সেৱা কৰিছে। ঈশ্বৰৰ ৰূপ অতি বিতোপন, অতি অনুপম কোটি চন্দ্ৰৰ তুল্য হৈ জ্বলি আছে।

বৌদ্ধবিলাকৰ বৈকুণ্ঠ আৰু বেলেগ। আচল কথা, বৈকুণ্ঠ বুলিবলৈ তেওঁলোকৰ কোনো এডোখৰ নিৰূপিত ঠাই নাই। য'ত একো নাই, তেওঁলোকৰ মতে সেয়েই বৈকুণ্ঠ। তেওঁলোকৰ বৈকুণ্ঠত নদী নাই, সাগৰ নাই, পৰ্ব্বত নাই, পুখুৰী নাই, স্থল নাই, জল নাই, সুখ নাই, দুখ নাই, স্বাস্থ্য-অস্বাস্থ্য, আন্ধাৰ-পোহৰ একো নাই। বৌদ্ধৰ বৈকুণ্ঠত ভোক নাই, পিয়াহ নাই, ইচ্ছা-বাঞ্ছা নাই, আশা-অভিলাষ নাই, তাত ঈশ্বৰো নাই, দূত বা দেৱতাসকলো নাই। তেওঁলোকৰ বৈকুণ্ঠ এখন শূন্যৰ মহা সমুদ্ৰ —শূন্যময়। চাকি নুমাই দিলে শিখাটি য'লৈ যায়, সেয়েই চাকিৰ বৈকুণ্ঠ। সেইদৰে মানুহৰ আত্মাটিও নানা জন্ম গ্ৰহণ কৰি যদি কেতিয়াবা নুমাই যায়, তেনেহলে সেই নিৰ্ব্বাণ আত্মা য'লৈ যায়, সেয়েই বৌদ্ধৰ বৈকুণ্ঠ।

——o——

# ভগদত্ত।

ভগদত্ত নৰকাসুৰৰ জ্যেষ্ঠ পুত্ৰ। এওঁ বৰ বাহুবলী পুৰুষ আছিল; আৰু পিতাকৰপৰা বৈষ্ণৱাস্ত্ৰ নামে এবিধ অমোঘ অস্ত্ৰ লাভ কৰিছিল। ভগদত্তৰ সময়ত প্ৰাগ্‌জ্যোতিষপুৰৰ গৌৰৱ চাৰিওফালে বিস্তাৰিত হৈছিল। কথিত আছে, আমাৰ প্ৰাগ্‌জ্যোতিষপুৰাধিপতি ভগদত্তৰ শক্তি দেখি দেৱৰাজ ইন্দ্ৰে তেওঁৰ লগত সৌহাৰ্দ্দ্য স্থাপন কৰিছিল।

ভগদত্তৰ ভানুমতী নামে এজনী গুণৱতী আৰু ৰূপৱতী ভনীয়েক আছিল। কুৰুৰাজ মদগৰ্ব্বী দুৰ্য্যোধনে ভানুমতীক বৰ আড়ম্বৰেৰে বিবাহ কৰিছিল। এই সূত্ৰে ভগদত্তৰ কুৰুবংশৰ লগতো মিত্ৰতা ঘটে।

ভগদত্ত নিজে যেনে বীৰ আছিল, অন্য বীৰৰ বীৰত্ব দেখিও তেওঁ আনন্দ প্ৰকাশ কৰিছিল। পাণ্ডৱসকলে ৰাজসূয়-যজ্ঞ উপলক্ষ্যে যেতিয়া দিগ্বিজয় কৰি ফুৰে, সেই সময়ত অৰ্জ্জুন আমাৰ দেশ জয় কৰিবলৈ আহিছিল। অৰ্জ্জুনৰ লগত শাকলদ্বীপৰ মহাধনুৰ্দ্ধাৰী কেইজনমান ৰজাও আহিছিল। এওঁবিলাকে প্ৰাগ্‌জ্যোতিষ আক্ৰমণ কৰাত ভগদত্তে বাধা দিয়ে। ভগদত্তৰ কিৰাত, চীন আৰু সাগৰ-তীৰত থকা ৰণনিপুণ বহুত যুঁজাৰু আছিল। ভগদত্তৰ লগত অৰ্জ্জুনৰ

যুদ্ধ হল। এই যুদ্ধ একাদিক্রমে আঠদিন চলাৰ পাচতো অৰ্জ্জুনক অপৰিশ্ৰান্ত দেখি ভগদত্তই কলে—“মই মহেন্দ্ৰৰ সখা, যুদ্ধতো তেওঁতকৈ মই হীন নহওঁ, কিন্তু তুমি যুদ্ধত যেনে বীৰ্য্য প্ৰকাশ কৰিলা, তাক দেখি মই সন্তোষ পালোঁ। তোমাৰ অভিপ্ৰায় প্ৰকাশ কৰাঁ, তাক অৱশ্যে মই পালন কৰিম।” ভগদত্তৰ কথাত অৰ্জ্জুনে পৰম সন্তুষ্ট হৈ ৰাজসূয় যজ্ঞৰ কথা কৈ শেষত কলে—“আপুনি মোৰ পিতৃ-সখা, বিশেষ আপুনি মোৰ ওপৰত সন্তুষ্ট হৈছে, মই আপোনাক আদেশ কৰিব নোৱাৰোঁ। ধৰ্ম্মপুত্ৰ ৰজা যুধিষ্ঠিৰৰ যাতে সাম্ৰাজ্য লাভ হয়, সেই অৰ্থে আপুনি তেওঁক কৰ দিয়ক।” ভগদত্তে অৰ্জ্জুনৰ বিনয়-বচনত তৃপ্ত হৈ কলে—“তুমি মোৰ যেনে প্ৰিয়পাত্ৰ, ৰজা যুধিষ্ঠিৰো তেনে, সেই বিষয়ে যি কৰিবলগীয়া হয় মই তাক কৰিম, তাৰ বাহিৰে আৰু কি কৰিব লাগে কোৱাঁ।”

ইয়াৰ কিছুকাল পাচত কুৰুক্ষেত্ৰ-সমৰ আৰম্ভ হয়। এই যুদ্ধত ভাৰতৰ বিখ্যাত ৰজা-মহাৰজাসকলে যোগ দিয়ে। কুৰুক্ষেত্ৰ-ৰণত ওঠৰ অক্ষৌহিণী সৈন্যৰ সমাবেশ হৈছিল; কৌৰৱৰ ফালে এঘাৰ অক্ষৌহিণী আৰু পাণ্ডৱৰ ফালে সাত অক্ষৌহিণী। ভগদত্ত কৌৰৱৰ কুটুম্ব; সেই কাৰণে দুৰ্য্যোধনৰ আমন্ত্ৰণত তেওঁ কৌৰৱৰ ফালে যোগ দিয়ে। ভগদত্ত আমাৰ দেশৰপৰা যাওঁতে এক অক্ষৌহিণী সেনাৰ নায়ক হৈ গৈছিল। কথিত আছে, ভগদত্তে যি হাতীত উঠি যুদ্ধ কৰিছিল, সেই

হাতীটো ঐৰাৱতজাতীয় আছিল আৰু সি ভালদৰে যুঁজিব জানিছিল।

কুৰুক্ষেত্ৰ-সমৰত ভগদত্তে ভীমক আক্ৰমণ কৰোঁতে তেওঁৰ সেই বৃহৎ হাতীয়ে দুইভৰি আৰু শুড়েৰে ভীমক আক্ৰমণ কৰিছিল; আৰু তাৰ ফলত ঘোৰাবে সৈতে ভীমৰ ৰথ চূৰ্ণ হৈছিল। ভীমে কৌশল কৰি পোনতে ৰক্ষা পৰে কিন্তু পাচত এই সুশিক্ষিত হাতীয়ে শুড়েৰে ভীমক ধৰি আঠুত কোব দিয়ে, আৰু শেষত ডিঙিত মেৰাই ধৰি তেওঁক বধ কৰিবলৈ যত্ন কৰে। সেই সময়ত ভীমে ভয়ত আৰ্ত্তনাদ কৰি উঠাত আঁতৰত থকা পাণ্ডৱ-সৈন্য গৈ উপস্থিত হয়; তেতিয়াহে ভীমে ৰণ নকৰি আত্মৰক্ষা কৰিবলৈ সুবিধা পায়। এই সময়ত যুধিষ্ঠিৰ আদিয়ে বৃকোদৰ নিহত হোৱা বুলিয়েই ভাবিছিল; আৰু তাৰ পাচতেই বহুত পাণ্ডৱসৈন্যে ভগদত্তক বেঢ়ি ধৰিছিল। তেতিয়া পুনৰ ভগদত্তৰ লগত পাণ্ডৱ আৰু পাঞ্চাল সৈন্যৰ ৰণ হয়। বনৰ মাজত জ্বলি-থকা জুইৰদৰে হাতীৰ ওপৰত থকা ভগদত্ত ৰথীবিলাকৰ মাজত জিলিকি উঠে; আৰু তাৰ পাচতে গৰখীয়াই এছাৰিৰে গৰু খেদি লৈ যোৱাৰ দৰে ভগদত্তে পুনৰ পাণ্ডৱ-সৈনাবোৰ খেদি নিবলৈ ধৰিলে। অলপ সময়ৰ ভিতৰতে পাণ্ডৱপক্ষীয় সৈন্য-বোৰৰ বেচি সংখ্যা মৰা পৰিল, আৰু কিছুমানে ৰণভূমি ত্যাগ কৰিলে।

অৰ্জ্জুনে দূৰৈৰ পৰা পাণ্ডৱসৈন্যৰ এনে অৱস্থা দেখি খেদি আহিল। অৰ্জ্জুনৰ সাৰথি শ্ৰীকৃষ্ণ। তেওঁ ভগদত্তৰ ওচৰলৈ

ৰথ চলালে; কিন্তু বাটত অৰ্জ্জুনে অন্য এদল বিপক্ষীয় সৈন্যৰ লগত যুদ্ধ কৰিবলগা হল। অৰ্জ্জুনে এই দলক পৰাস্ত কৰিলে, আৰু পৰক্ষণতে গৈ ভগদত্তক আক্ৰমণ কৰিলে। অৰ্জ্জুন আৰু ভগদত্তৰ ভিতৰত তুমুল সংগ্ৰাম চলিল। ৰজা ভগদত্তে হস্তী-বাহনত থাকি মেঘ-বাহন ইন্দ্ৰৰ দৰে ধনঞ্জয়ৰ ওপৰত শৰ বৰষিবলৈ ধৰিলে; বীৰ্য্যৱন্ত সব্যসাচীয়েও শৰ বৰষি ভগদত্তৰ শৰক বাধা দিবলৈ ধৰিলে। ভগদত্তৰ খং উঠিল; তেওঁ ওপৰাউপৰিকৈ শৰ মাৰি অৰ্জ্জুন আৰু কৃষ্ণক বিন্ধিবলৈ ধৰিলে আৰু তেওঁলোকক মাৰিবলৈ গজৰাজক লগাই দিলে। কৃষ্ণৰ ৰথচালনাৰ কৌশলত হাতীৰ আক্ৰমণৰপৰা দুয়ো ৰক্ষা পৰিল; কিন্তু কিছুমান কৃষ্ণ-লোনিৰ্ম্মিত সোণৰ পাখিথকা বাণে কৃষ্ণক বৰকৈ বিন্ধিলে। তেতিয়া ধনঞ্জয়ৰ খঙে চুলি আগ পালে। তেওঁ কিছুমান অব্যৰ্থ শৰেৰে ভগদত্তৰ হাতীৰ বৰ্ম্ম নষ্ট কৰি হাতীটোক ক্ষতবিক্ষত কৰি পেলালে। ভগদত্তে তেতিয়া অৰ্জ্জুনলৈ বৈষ্ণৱাস্ত্ৰ প্ৰয়োগ কৰে। এই অস্ত্ৰ অব্যৰ্থ—ইন্দ্ৰ, বৰুণ আদিও তাৰ অবধ্য নহয়। ভগদত্তে এই অস্ত্ৰ নিক্ষেপ কৰা দেখি শ্ৰীকৃষ্ণে তাক গ্ৰহণ কৰিলে—অস্ত্ৰ কৃষ্ণৰ বুকত পৰি বৈজয়ন্তী মালা হল। কৃষ্ণ অৰ্জ্জুনৰ ৰথৰ সাৰথি হৈ নথকাহেঁতেন আমাৰ প্ৰাগ্‌জ্যোতিষ-পতিৰ এই বৈষ্ণৱাস্ত্ৰতেই কুৰুক্ষেত্ৰৰ যুদ্ধৰ ফল কি জানি অন্যৰূপ হলহেঁতেন।

তাৰ পাচত অৰ্জ্জুনে শ্ৰীকৃষ্ণৰ পৰামৰ্শতে ভগদত্তৰ যুদ্ধনিপুণ গজৰাজক বধ কৰে, আৰু তাৰ পাচতেই অৰ্দ্ধচন্দ্ৰ বাণেৰে ভগদত্তৰ

হৃদয় ভেদ কৰে। ইন্দ্ৰসখা ৰজা ভগদত্ত এইদৰে ইন্দ্ৰতনয় অৰ্জ্জুনৰ বাণত বিদ্ধ হই মাটিত পৰি গল। ইন্দ্ৰবিক্ৰম প্ৰাগ্‌জ্যোতিষপুৰাধিপতিৰ পতনত তেওঁৰ সৈন্যবাহিনীৰ ভিতৰত হাহাকাৰ লাগিল; ধুমুহা বতাহে গছ ভঙাৰ দৰে অৰ্জ্জুনে ভগদত্তক সংহাৰ কৰি জয়াকাঙ্ক্ষী অন্যান্য বীৰসকলকো নিহত কৰিবলৈ ধৰিলে।



# সঙ্গ ।

সত্য শৌচ দয়া মৌন বুদ্ধি লজ্জা
শ্ৰী যশ ক্ষমা যত ।
সম দম মহা ভাগ্য ইটো সৱে,
নষ্ট হোৱে দুঃসঙ্গত ॥

শুনিওক এবে, অসাধু সৱৰ
লক্ষণ কৰোঁ বিদিত ।
মহা অহমিকা স্ফুৰে মনত,
সদা ক্ৰোধপৰ চিত্ত ॥

দেহ-অহঙ্কাৰে মহন্তজনক
কৰয় নিন্দা অধিক ।
ইটো দুৰ্জ্জনৰ নলৈবেক সঙ্গ,
ভকতি যিটো ৰসিক ॥

অসন্ত সবক নিন্দিয়া সন্তৰ
মহিমা কৰোঁ বিদিত ।
উপদেশ দিবে নলাগে, সন্তৰ
চাপোক মাত্ৰ সন্নিত ॥

এতেকে সংসাৰ তৰিবেক সুখে
শুনিও দৃষ্টান্ত আৰ ।
অগ্নিৰ আশ্ৰয় পাইলে যেন গুচে
ভয়-শীত-অন্ধকাৰ ॥

সন্তৰ আশ্ৰয় পাইলে সেহি মতে
ত্ৰিতয় কাৰ্য্য সাধয় ।
গুচে কৰ্ম্মজড়, অজ্ঞান-আন্ধাৰ,
আৰুৰ সংসাৰ-ভয় ॥

কিবা বহুতৰ, কহিবোঁ সন্তৰ
মহিমাৰ নাহি পাৰ ।
যেন সমুদ্ৰত, মজে লোক যত,
নৌকাসে আশ্ৰয় তাৰ ॥

সেহি মতে ঘোৰ সংসাৰ-সাগৰে
মজে যত প্ৰাণীচয় ।
তান আন গতি নাহিকে কেৱল
সন্তেসে মাত্ৰ আশ্ৰয় ॥

সাক্ষাতে আদিত্য উদয় ভৈলেয়ো
বাহিৰ মাত্ৰ প্ৰসন্ন।
ঘট-পট-জ্ঞান ওপজে কেৱলে
নুহিকে প্ৰকাশ মন ॥

সন্ত-সূৰ্য্য যাৰ ভৈলন্ত প্ৰকাশ
কি কৈবো ভাগ্য তাহাৰ।
সগুণ-নিৰ্গুণ ভকতি প্ৰকাশে
প্ৰকাশে চক্ষু অপাৰ ॥



# দুৰ্য্যোধনৰ জিৰণি।

কুৰুক্ষেত্ৰ সমৰত পাণ্ডৱে কৌৰৱৰ প্ৰায় সমস্ত সৈন্য নিপাত কৰে; ৰণৰ শেষত কৃতবৰ্ম্মা, কৃপাচাৰ্য্য, অশ্বত্থামা আৰু দুৰ্য্যোধন মাত্ৰ জীৱিত থাকে। কৌৰৱৰ এই বীৰসকলে সন্ধ্যা পৰত যেতিয়া পাণ্ডৱৰ জয়ধ্বনি শুনিলে আৰু তেওঁলোকৰ নিজৰ শিবিৰবোৰ শূন্য দেখিলে, তেতিয়া আৰু তেওঁলোকৰ ৰণভূমিত থাকিবলৈ অনিচ্ছা হল। গদা হাতত লৈ দুৰ্য্যোধন দ্বৈপায়ন হ্ৰদলৈ গল আৰু তাৰ পানীত লুকাই থাকিল।

পাণ্ডৱসকল নিজৰ শিবিৰত সোমাল। কৌৰৱৰ অবশিষ্ট বীৰ তিনিজনে তেতিয়া দুৰ্য্যোধনৰ পথ অৱলম্বন কৰি হ্ৰদৰ কাষ পালেগৈ। তেওঁলোকে পুনৰ পাণ্ডৱৰ লগত ৰণ কৰিবলৈ দুৰ্য্যোধনক আহ্বান কৰিলে। দুৰ্য্যোধনে সেই নিশা ৰণ নকৰি তেওঁলোকক জিৰণি লবলৈ দি কলে—"আজি ৰাতিটো বিশ্ৰাম কৰো। কাইলৈ আপোনালোকৰ সৈতে সমৰস্থলত শত্ৰুৰ লগত ৰণ কৰিম; আপোনালোকেও ঠাইত জিৰণি লওকগৈ।"

দুৰ্য্যোধন জীৱিত থাকিলে পাণ্ডৱৰ জয় সম্পূৰ্ণ নহয়। পাণ্ডৱে ৰণভূমিত দুৰ্য্যোধনক নেদেখি, তেওঁক বিচৰাই চাৰিওফালে চৰ পঠালে। এই সময়ত কেইজনমান ব্যাধে আহি ভীমক দুৰ্য্যোধনৰ সংবাদ দিলেহি। পাণ্ডৱ-শিবিৰত আনন্দধ্বনি উঠিল। যুধিষ্ঠিৰে শ্ৰীকৃষ্ণক লগত লৈ কিছুমান সৈন্য সেনাপতিৰ সৈতে দ্বৈপায়ন হ্ৰদলৈ যাত্ৰা কৰিলে।

পাণ্ডৱসৈন্য হ্রদলৈ অহা দেখি দুৰ্য্যোধনে অশ্বত্থামা আদিক তাৰপৰা যাবলৈ কলে। তেওঁলোক গৈ অলপ আঁতৰত লুকাই থাকিল; দুৰ্য্যোধনো হ্রদৰ পানীত নেদেখা হৈ ৰল।

পাণ্ডৱসকলে দ্বৈপায়ন হ্রদ পালত যুধিষ্ঠিৰে দুৰ্য্যোধনক সম্বোধন কৰি কলে—"হে দুৰ্য্যোধন, তুমি সমুদায় ক্ষত্রিয়কুল আৰু নিজ বংশ ধ্বংস কৰি শেষত নিজৰ জীৱন ৰক্ষা কৰিবলৈ কিয় ইয়াত লুকাই আছাহি? সোনকালে উঠাঁ, আৰু আমাৰ লগত ৰণ কৰাঁ। তোমাৰ সেই দৰ্প, সেই দুৰ্জ্জয় অভিমান কলৈ গল? কুৰুকুলত তোমাৰ জন্ম, তুমি কুলমৰ্য্যাদা স্মৰণ কৰাঁ। বিনাযুদ্ধে থকা ক্ষত্রিয়ৰ সনাতন ধৰ্ম্ম নহয়; তুমি জানা, সমৰত পলোৱা নৰকৰ কাৰণ। বীৰসকলে জীৱন থকাত কেতিয়াও শত্রুক দেখি নপলায়। হে বীৰ, সহোদৰ আৰু সমুদায় সৈন্যক নিধন কৰাই নিজৰ জীৱন ৰক্ষা কৰিবলৈ প্ৰয়াস কৰা তোমাৰ উচিত হৈছে নে?"

দুৰ্য্যোধনে যুধিষ্ঠিৰৰ কথা শুনি পানীৰপৰাই উত্তৰ দিলে—"হে মহাৰাজ, মই ভয়ত বা বিষাদত পানীত পৰা নাই, কেৱল বিশ্ৰাম কৰিবলৈহে এই ব্যৱস্থা কৰিছোঁ। মই ইয়াৰপৰা উঠিগৈ নিশ্চয় তোমালোকৰ লগত ৰণ কৰিম।" তাকে শুনি যুধিষ্ঠিৰে কলে—"হে নৰেশ্বৰ, আমি বহুপৰ তোমাক বিচাৰিছোঁ; তুমি পানীৰপৰা উঠাঁ আৰু যুদ্ধ কৰি আমাক মাৰাঁ।" তুমি ৰজা হোৱাঁ; আমি মৰি বীৰলোক লাভ কৰোঁ।"

দুৰ্য্যোধনে অলপ বৈ উত্তৰ দিলে—"হে জনেশ্বৰ, যি

কৌৰৱৰ নিমিত্তে মই ৰাজ্য লবলৈ ইচ্ছা কৰিছিলোঁ, মোৰ সেই সহোদৰসকল মৰিল। পৃথিবী ৰত্নহীনা আৰু ক্ষত্ৰিয়শূন্যা; মই এনে পৃথিবী ভোগ কৰিবলৈ ইচ্ছা নকৰোঁ। দ্ৰোণ আৰু কৰ্ণ মৰিল, পিতামহ ভীষ্ম শৰশয্যাত; এই শূন্যপ্ৰায় পৃথিবী সম্প্ৰতি তোমাৰেই হওক। সুহৃৎ, পিতা, পুত্ৰ, ভ্ৰাতা আদিক মাৰি সহায়হীন হৈ কোন ৰজাই ৰাজ্যশাসন কৰিব খোজে? মই অজিন-বসন পৰিধান কৰি বনলৈ যাম; আত্মীয়-স্বজন হত হোৱাত মোৰ ৰাজ্যভোগলৈ আৰু অলপো স্পৃহা নাই।"

দুৰ্য্যোধনৰ এই কৰুণ কথা শুনি যুধিষ্ঠিৰে কলে— "হে নৰেশ্বৰ, তুমি আতুৰৰ অসংলগ্ন কথাৰদৰে পানীৰপৰা কথা নকৰা; চৰাইৰ ধ্বনিৰদৰে তোমাৰ কথাবোৰ মোৰ কাণত সোমোৱা নাই। যদিও তুমি দান কৰিবলৈ সমৰ্থ হৈছা, মই কিন্তু তুমি দিয়া পৃথিবী শাসন কৰিবলৈ ভাল নাপাওঁ। দান গ্ৰহণ কৰা ক্ষত্ৰিয়ৰ ধৰ্ম্ম নহয়। তুমি দিয়া পৃথিবী মই গ্ৰহণ নকৰি তোমাক ৰণত বিশেষৰূপে পৰাজিত কৰিহে বসুধা ভোগ কৰিবলৈ ভাল পাওঁ।

আৰু তুমি দেখো নিজেই অনীশ্বৰ, কেনেকৈ বা পৃথিবী দান কৰিবলৈ ইচ্ছা কৰিছা মই বুজা নাই! যেতিয়া মই কুলৰ বিনাশ নহবলৈ মোৰ ৰাজ্য প্ৰাৰ্থনা কৰিছিলোঁ, তেতিয়া কিয় নিদিলা? হে কৌৰৱনন্দন, এতিয়া আৰু পৃথিবী দান কৰিবলৈ তোমাৰ প্ৰভুত্ব নাই। যিজনে আগেয়ে যাক বলেৰে মাৰিবলৈ ইচ্ছা কৰিছিল, সি বা এতিয়া তাক কেনেকৈ ৰাজ্য

দিবলৈ ওলায়? বেজীৰ আগত যিমান মাটি ঢাক খায় সিমান পৰিমাণৰ মাটি মোক এৰি দিবলৈও তুমি স্বীকাৰ কৰা নাছিলা, এতিয়া কেনেকৈ বা সমুদায় ভূমণ্ডল দান কৰাঁ? এইবোৰ বলিয়ালি এৰাঁ; মনত ৰাখিবা এতিয়া তোমাৰ জীৱন আমাত আৰু আমাৰ জীৱন তোমাত নিৰ্ভৰ কৰিছে। তুমি আমাক জয় কৰি অখণ্ড ভূমণ্ডল শাসন কৰাঁ, নাইবা আমাৰদ্বাৰা নিহত হৈ পৰম মনোহৰ লোকলৈ গতি কৰাঁ। তুমি পাহৰিলানে, আমাক অগ্নিত দগ্ধ কৰিবলৈ যত্ন কৰিছিলা! সাপৰ বিষ খুৱাই পানীত ডুবাবলৈও ক্ৰুটী কৰা নাছিলা! তুমি ৰাজ্য হৰণ কৰি দ্ৰৌপদীক কি ব্যৱহাৰ কৰিছিলা? এইবোৰ কাৰণত তুমি জীয়াই থাকিব নোৱাৰিবা; পানীৰপৰা উঠাঁ আৰু আমাৰ লগত যুদ্ধ কৰাঁ।”

এইদৰে যুধিষ্ঠিৰ আৰু তেওঁৰ ভ্ৰাতৃসকলৰ তৰ্জ্জন-গৰ্জ্জন আৰু কটুবাক্যবোৰ কাণত পৰাত ৰজা দুৰ্য্যোধন অস্থিৰ হ'ল। তেওঁ ঘনাই ঘনাই দীঘল হুমুনিয়াহ পেলাবলৈ ধৰিলে; আৰু পাচত হাত কঁপাই কঁপাই কলে—“হে পাণ্ডৱসকল, তোমালোক নিজ সুহৃৎ আৰু ৰথ-বাহনে সৈতে আছা, মই অকল; মোৰ ৰথ নাই, বাহন নাই, মই অতি কষ্টত আছোঁ। হে যুধিষ্ঠিৰ, তোমালোকে এজন এজনকৈ মোৰ লগত যুদ্ধ কৰাঁ। যুদ্ধত এজনৰ লগত একেসময়তে বহুতে ৰণ কৰা ন্যায়সঙ্গত নহয়। বিশেষ মোৰ কবচ নাই, মোৰ শৰীৰো অত্যন্ত ক্ষত-বিক্ষত, তদুপৰি মই শ্ৰান্ত আৰু আপদ্‌গ্ৰস্ত। মই তোমালোকৰ কাকো

ভয় নকৰোঁ, আৰু মোৰ খং উঠিলে যুদ্ধস্থলত তোমালোক আটাই কেইজনকে বাধা দিব পাৰোঁ। ৰাতি পুৱালে সূৰ্য্যদেৱে যেনেকৈ নিজ তেজেৰে নক্ষত্ৰ আদিৰ তেজ নষ্ট কৰে, ময়ো ৰথহীন আৰু অস্ত্ৰহীন হৈয়ো অশ্ব-ৰথ থকা তোমালোকক মোৰ তেজেৰে বিনাশ কৰিম। আজি তোমাক ভ্ৰাতৃসকলৰ সৈতে বধ কৰি ভীষ্ম, দ্ৰোণ, কৰ্ণ, জয়দ্ৰথ, ভগদত্ত, শল্য, সুহৃদ, বন্ধু আৰু সহোদৰসকলৰ ধাৰ শোধ কৰিম।”

তাকে শুনি যুধিষ্ঠিৰে কলে—“হে নৰাধিপ, এতিয়াও যিহেতু তুমি বীৰৰ দৰে যুদ্ধ কৰিবলৈ বাঞ্ছা কৰিছা, আৰু তুমি অকল-শৰীয়া হৈয়ো আমাৰ আটাইৰে সৈতে ৰণ কৰিবলৈ আগ্ৰহ কৰিছা, এতেকে তুমি আমাৰ এজনৰ লগতেই ৰণ কৰা; আমি বাকীবিলাক দৰ্শক হৈয়েই থাকিম। লগতে তোমাক আৰু এটা সুবিধা দিওঁ—তুমি আমাৰ ভিতৰৰ যেই সেই একজনক মাৰি ৰজা হোৱাঁ, নাইবা তেওঁৰ হাতত মৰা পৰি স্বৰ্গলাভ কৰাঁ!” তেতিয়া দুৰ্য্যোধনে কলে—“সেইবোৰ পাচ কথা; তোমালোকৰ ভিতৰত কোনে মোৰ লগত ৰণ কৰিবা প্ৰস্তুত হোৱা। মানুহৰ খাদ্য-বস্তুৰ পৰিবৰ্ত্তন কৰাৰ ইচ্ছা জন্মাৰ দৰে, মোৰো যুদ্ধ পৰিবৰ্ত্তনৰ ইচ্ছা হৈছে। বিচিত্ৰ ৰথৰ যুদ্ধ বহুত বাৰ হৈ গৈছে, এইবাৰ অদ্ভুত গদাযুদ্ধ হওক।” এই বুলি দুৰ্য্যোধন হ্ৰদৰপৰা উঠিল।

---

# দুৰ্য্যোধনৰ উৰুভঙ্গ।

দুৰ্য্যোধনৰ গদা পৰিষ্কাৰ লোৰ, আৰু তাৰ ওপৰত সোণ খটোৱা। গদা লৈ তেওঁ হ্রদৰ পাৰত থিয় দিয়াত তেজস্বী সূৰ্য্যৰদৰে জিলিকি উঠিল। পাণ্ডৱ আৰু পাঞ্চালসকলে দুৰ্য্যোধনক হ্রদৰপৰা উঠা দেখি হাত চাপৰি মাৰি আনন্দ প্রকাশ কৰিলে। দুৰ্য্যোধনে তেওঁক উপহাস কৰা ভাবি অত্যন্ত ক্রোধান্বিত হৈ কলে—"ইহাৰ ফল এতিয়াই পাবা। আঁহা, তোমালোকৰ একোজনকৈ মোৰ ওচৰলৈ আঁহা; যুদ্ধস্থলত এজন বীৰৰ লগত অধিক বীৰে ৰণ কৰা ন্যায়সঙ্গত নহয়। যুদ্ধৰ আহিলা-পাতি মোৰ একো নাই, গাত মোৰ বৰ্ম্ম নাই, হাতত অস্ত্র নাই আৰু মই অকলশৰীয়া; তথাপি তোমালোকৰ লগত ৰণ কৰিম।"

যুধিষ্ঠিৰে মাত লগালে—"হে মহাৰাজ, যেতিয়া বহু মহাৰথে লগলাগি অভিমন্যুক বিনাশ কৰিছিল, তেতিয়া তোমাৰ এই জ্ঞান কলৈ গৈছিল? প্রাণীবিলাক কষ্টত পৰিলে ধৰ্ম্মপথ দেখা পায়, আৰু পদ পালে পৰলোকৰ দুৱাৰ বন্ধ দেখে। হে বীৰ! তুমি কবচ পিন্ধা, চুলি বান্ধা আৰু যি অভাৱ আছে সেইবোৰ পূৰাই লোৱাঁ। এই যুদ্ধত তুমি তোমাৰ প্রাণ দিয়াৰ বাহিৰে আৰু তোমাৰ প্রিয় কাৰ্য্য একো নাই।"

যুধিষ্ঠিৰৰ কথা শুনি দুৰ্য্যোধনে সোণৰ বৰ্ম্ম আৰু মুকুট পিন্ধি গদা কান্ধত লৈ কলে—"হে নৰবৰ, তোমালোকৰ ভাইসকলৰ ভিতৰত এজনে মোৰ লগত গদাৰে ৰণ কৰক ; মই ভাবোঁ গদা-যুদ্ধত মোৰ লগত যুদ্ধ কৰিবলৈ পৃথিবীত কোনো সমৰ্থ নহয়। এনে গৰ্ব্বালি কথা নিজমুখে প্ৰকাশ কৰা যদিও যুক্তিসিদ্ধ নহয়, তথাপি তোমাৰ সম্মুখতে ই সফল হব। মোৰ লগত যিজনে যুদ্ধ কৰিব খোজে বেগেতে গদা লওক।"

দুৰ্য্যোধনে এইদৰে বেলিয়েপতি গৰ্জ্জন কৰাত শ্ৰীকৃষ্ণই খং কৰি যুধিষ্ঠিৰক কলে—"হে ধৰ্ম্মৰাজ, যদি দুৰ্য্যোধনে গদাযুদ্ধ কৰিবলৈ আপোনাক, অৰ্জ্জুনক, নকুলক বা সহদেৱক মাতে তেনেহলেই অনৰ্থ হব। আপোনাৰ ই কেনে সাহ, যে 'তুমি আমাৰ এজনক মাৰি ৰজা হোৱাঁ', এনে কথা কলে? আপুনি নাজানেনে দুৰ্য্যোধনে ভীমৰ গদাযুদ্ধৰ পাৰদৰ্শিতা সহিব নোৱাৰি আজি তেৰ বছৰ কেৱল এটা লোৰ ভীমৰ লগত অভ্যাস কৰি আছে? আপুনি কেৱল দুৰ্য্যোধনৰ কৰুণ বাণীতে এনে সাহ কৰিছে? বৃকোদৰৰ বাহিৰে আন কোনো এজনো গদাযুদ্ধত দুৰ্য্যোধনৰ সমকক্ষ নহব, কিন্তু তেৱোঁ গদাযুদ্ধ বিশেষকৈ অভ্যাস কৰা নাই। পূৰ্ব্বে শকুনি আৰু আপোনাৰ যেনে বিষম পাশা-খেল হৈছিল, এতিয়াও পুনৰ সেই খেলেই আৰম্ভ হল। মহাৰাজ, ভীম বলী কিন্তু দুৰ্য্যোধন কৃতী আৰু সামৰ্থ্যশালী। বলী আৰু কৃতীৰ ভিতৰত কৃতী লোকেই বিশিষ্ট; আপুনি আমাৰ সেই শত্ৰুক সুবিধা দি নিজক অসুবিধাত পেলালে।

বুজিলোঁ। কুন্তীৰ সন্তানসকলৰ অদৃষ্টত বিধাতাই ৰাজ্যভোগ লিখা নাই।”

এই কথা শুনি ভীমে মাত দিলে—“হে মধুসূদন, তুমি বেজাৰ নকৰিবা, মই আজি দুৰ্য্যোধনক ৰণত সংহাৰ কৰিম। মোৰ এই গদা দুৰ্য্যোধনৰ গদাতকৈ দুগুণে গুৰুতৰ। মই দুৰ্য্যোধনক নিপাত কৰিমেই ; তোমালোকে চাই থাকা। তুমি জানা, মই দেৱতাসকলৰ লগতো সংগ্ৰাম কৰিবলৈ সমৰ্থ, দুৰ্য্যোধন তো অতি তুচ্ছ।”

ভীমৰ বীৰত্বপূৰ্ণ কথা শুনি বাসুদেৱে কলে—“হে মহাবাহো, ধৰ্ম্মৰাজ যুধিষ্ঠিৰে তোমাৰ সহায়ত বিপক্ষহীন হৈ নিজৰ উজ্জ্বল শ্ৰী পাব, তাত সংশয় নাই। তুমি এই সমৰত ধৃতৰাষ্ট্ৰৰ সন্তানবিলাকক সংহাৰ কৰিছা, অনেক ৰজা, ৰাজপুত্ৰ, ৰথী-মহাৰথীক নিপাত কৰিছা, এতিয়া দুৰ্য্যোধনক মাৰি ধৰ্ম্মৰাজক সসাগৰা ধৰা দান কৰাঁ। প্ৰাচীনকালত বিষ্ণুৱে যেনেকৈ দানৱদলন কৰি দেৱৰাজক স্বৰ্গপুৰী দিছিল, তুমিও তেনে কৰাঁ। পাপ দুৰ্য্যোধন সমৰত উপস্থিত হলেই বিনষ্ট হব ; তুমি তাৰ উৰু দুটা ভাঙ্গি নিজৰ প্ৰতিজ্ঞা পালন কৰাঁ। হে বীৰ, দুৰ্য্যোধন অতি বলবান্, কৃতী আৰু সদায় সমৰত অভ্যাস থকা পুৰুষ ; তেওঁৰ লগত অতি যত্নেৰে সংগ্ৰাম কৰিবা।”

ভীমৰ কথা শুনি ধৰ্ম্মৰাজ আদি পাণ্ডৱসকলে, সাত্যকি আৰু পাঞ্চালসকলে ভীমক প্ৰশংসা কৰিবলৈ ধৰিলে। ভীমে যুধিষ্ঠিৰক সম্বোধন কৰি কলে—"হে মহাৰাজ, মই আজি পাপ দুৰ্য্যোধনৰ লগত ৰণ কৰিবলৈ ইচ্ছা কৰিছোঁ; অৰ্জ্জুনে খাণ্ডববনত অগ্নি যিদৰে মুক্ত কৰিছিল, ময়ো আজি সেইদৰে দুৰ্য্যোধনৰ ওপৰত মোৰ হৃদয়ত থকা বহুদিনৰ ক্ৰোধ পৰিত্যাগ কৰিম। হে মহাৰাজ, আপোনাৰ হিয়া বিন্ধি থকা বহুদিনৰ শোক-শেল আজি উভালিম; আপোনাক নিশ্চয় আজি বিজয়মালা পিন্ধাম। ধৃতৰাষ্ট্ৰই আজি পুতেক-বিয়োগৰ সংবাদ পাই শকুনিৰ মন্ত্ৰণাৰ বাবে অশুভ কৰ্ম্ম স্মৰণ কৰিব।" ভীমে এই কথা কৈ দেৱৰাজে বৃত্ৰাসুৰক যুদ্ধলৈ আহ্বান কৰাৰ দৰে, দুৰ্য্যোধনক ৰণলৈ মাতি থিয় দিলে। দুৰ্য্যোধনে ভীমৰ আহ্বান সহিব নোৱাৰি গদা লৈ তেওঁৰ কাষ চাপিল।

ভীমে কলে—"দুৰ্য্যোধন, ৰজা ধৃতৰাষ্ট্ৰ আৰু তুমি আমাক যি ব্যৱহাৰ কৰিছিলা আৰু বাৰণাবতত যিবোৰ ঘটিছিল, সেই দুষ্কৰ্ম্মবোৰ মনত পেলোৱা। তুমিয়েই দ্ৰৌপদীক অশেষ ক্লেশ দিছিলা, শকুনৰ পৰামৰ্শত পাশাখেলত ধৰ্ম্মৰাজক পৰাস্ত কৰিছিলা আৰু নিৰপৰাধ পাণ্ডৱসকলক নানা লাঞ্ছনা দিছিলা; আজি সেইবোৰ পাপৰ সমুচিত ফল পাবা। মনত ৰাখিবা, আজি মই তোমাৰ সমুদায় দৰ্প আৰু বিপুল ৰাজ্যৰ আশা নষ্ট কৰিম।" তাকে শুনি দুৰ্য্যোধনে কলে—"বৃকোদৰ, বহুত আত্মশ্লাঘাৰ আৱশ্যক নাই। মোৰ লগত ৰণ কৰাঁ,

বেগতে ৰণৰ হেঁপাহ পলাব ; দেখা নাই, মই এই গদা কান্ধত লৈ হিমালয়শিখৰৰ দৰে যুদ্ধ কৰিবলৈ থিয় হৈ আছোঁ! মোৰ লগত ন্যায়ানুসাৰে ৰণ কৰিবলৈ ইন্দ্ৰেও আগ নাবাঢ়ে। তুমি নাজানানে, ময়েই ছলেৰে তোমালোকক অৰণ্যত বাস দিছিলোঁ আৰু ময়েই তোমালোকক বেশছন কৰাই পৰৰ ঘৰত দাসত্ব কৰাইছিলোঁ! এতেকে শৰৎকালৰ বৰষুণ নবৰষা মেঘৰ দৰে মিছা গৰ্জ্জন এৰা, তোমাৰ গাত যিমান শক্তি আছে এই যুদ্ধত প্ৰকাশ কৰা।”

ভীম আৰু দুৰ্য্যোধনৰ ভিতৰত গদাযুদ্ধ আৰম্ভ হল। দুৰ্য্যোধন ৰণক্ষেত্ৰৰপৰা পলাই পুনৰ ৰণত নামিছে ; তেওঁৰ অন্ধ পিতৃৰ বাহিৰে মোৰ বুলিবলৈ আত্মীয়স্বজন আৰু কোনো নাই। এই কাৰণে দুৰ্য্যোধনৰ জীয়াই থাকিবলৈ অন্তৰত আশা নাই ; তদুপৰি তেওঁ শ্ৰান্ত যদিও ৰণ-নিপুণ। এনে অৱস্থাত ভীমে তেওঁক পৰাস্ত কৰা সহজ নহয়। দুৰ্য্যোধনে ভীমক কেইব বাৰো গদাৰে টানকৈ কোব বহালে, ভীমেও প্ৰতিশোধ ললে ; শেষত গৈ কিন্তু ভীমৰ পক্ষে দুৰ্য্যোধনৰ গদাৰ প্ৰহাৰ সহ্য কৰা টান হৈ উঠিল। তেতিয়া অৰ্জ্জুনে ভীমে দেখাকৈ নিজৰ বাম উৰুত এটা চাপৰ মাৰিলে। ভীমে এই সঙ্কেত বুজি পালে আৰু ছেগ বিচাৰি গদা ঘূৰাবলৈ ধৰিলে। তাৰ অলপ পাচত দুৰ্য্যোধনৰ গদাৰ কোবত ভীম মুৰ্চ্ছিত হবলগীয়া হল ; দুৰ্য্যোধনে বুজিব নোৱাৰি তেনে অৱস্থাতো ভীমক মাৰিবলৈ খেদি গল, কিন্তু ভীমৰ অৱস্থা বুজি প্ৰহাৰ নকৰিলে। তাৰ পাচত ভীম

অলপ সুস্থ হৈ দুৰ্য্যোধনক খেদি গল ; দুৰ্য্যোধনে ভীমক ভুৱা দি জাপ মাৰিলে। ভীমৰ খং দুগুণে উঠিল আৰু খেদি গৈ দুৰ্য্যোধনৰ দুই উৰুত কোব বহালে। ভীমৰ বজ্ৰসদৃশ গদাৰ কোবত দুৰ্য্যোধনৰ উৰু দুটা ভাগি গল ; দুৰ্য্যোধন মাটিত লুটি খাই পৰিল আৰু তেজ বতিয়াবলৈ ধৰিলে।



# বিশ্ব-ভাৱৰীয়া ।

যি ভাবে দেখিবা এই সংসাৰ ভাৱনা
সেই ভাবে গৰাসিব তোমাৰ জীৱন ।
হিংসা-দ্বেষ-চকু দিলে পাবা হিংসা-দ্বেষ,
প্ৰেমতো দেখিবা তুমি মধুৰ মিলন ।
তুমি ভালে বিশ্ব ভাল সবাতো স্থন্দৰ,
বিকটালে মুখ কিন্তু বিকট বদন ।
তুমিয়েই ভাৱৰীয়া ৰূপে বিশ্ব জুৰি
ক্ৰীড়িছা হে মানৱাত্মা লীলা দেখুৱাই ।
তুমিয়ে তোমাক চাই বখানি নিন্দিছা
তোমাৰ মহিমা দেৱ, কৈয়ো অন্ত নাই ।
আপোন খেলত তুমি আপুনি মগন,
ভাঙ্গিছা পাতিছা, পৰি উঠিব শিকিছা,
স্থষ্টি-পাতনিৰে পৰা নীল আকাশত
কিৰণৰ জাল মেলি ডাৱৰ ধৰিছা ।
টিপচোটি হৈ উৰি টিপতে লুকাই
গৰুড়ৰ পখা মেলি বিচাৰি ফুৰিছা ।



# শামুক আৰু শঙ্খ।

শামুক, শঙ্খ আৰু কড়ি আদিক কোমলকায় প্ৰাণী বোলে। অন্যান্য প্ৰাণীৰদৰে ইহঁতৰ হাড়, ভৰি, ডেউকা আদি নাই। ইহঁতৰ শৰীৰ কোমল মাংসপিণ্ড। এই শ্ৰেণীৰ প্ৰাণীৰ শৰীৰৰ ওপৰত টান খোলা থাকে।

আমাৰ দেশত সচৰাচৰ পাঁচবিধ শামুক চকুত পৰে। এবিধ শামুক তিনিফালে ঘোৰখোৱা, এফালে সমান। সমান ফালে তাৰ জিভা থাকে। এই জাতি শামুক ডাঙৰ; ইয়াক কিছুমান ঠাইত লাইশামুক বোলে। এবিধ দুচটীয়া ঘোৰখোৱা দীঘল শামুক আছে; ইহঁতৰ দুফালৰ খোলা দুচটা এখন ছালেৰে সংযুক্ত থাকে। খোলাৰ কাণটো বৃত্তাভাসতকৈও দীঘলীয়া। এইজাতি শামুকক কিছুমান ঠাইত জনে শামুক বোলে। জনে শামুকো ডাঙৰ। এই শামুকৰ খোলাত আমাৰ কিছুমান গাৱঁলীয়া হিন্দু তিৰোতাই সিন্দূৰ গোলে। এবিধ শামুক আছে সেইবোৰ 'স্ক্ৰু' গজালৰদৰে পকোয়াপকি; ইয়াকে কিছুমানে শঙ্খশামুকো বোলে। লাইশামুকৰদৰে ইহঁতৰো জিভা থকা ফাল সমান। আৰু এবিধ শামুক আছে সি কথাৱিপকোৱা খোলাৰ ভিতৰত থাকে, আৰু আৱশ্যকমতে খোলাৰপৰা তাৰ শৰীৰ বাজলৈ উলিয়ায়। সি গতি কৰিলে তাৰ শৰীৰৰ বেচি অংশ বাজলৈ ওলায়, আৰু শৰীৰৰ সেই অংশৰে সি চলে, তাৰ গাৰ খোলাটো লগতে লাগি যায়; কেতিয়াবা সি কিবা কাৰণত

যাওঁতে বাধা পালেই সি তাৰ শৰীৰৰ সমস্ত মাংসখণ্ড খোলাৰ ভিতৰত সুমুৱাই মাটিত পৰি থাকে। তাক তেনে অৱস্থাত দেখিলে জীৱ থকা যেন বোধ নহয়। ইয়াৰ যি মাংসখণ্ড বাজলৈ ওলায়, সেই অংশ কুমজেলুকাৰ লগত কিছু মিলে; সেই কাৰণে ইয়াক কুমজেলুকাশামুক নাম দিব পাৰি। এইবিধ শামুক বামত থাকে; আৰু ইহঁতে গছৰ পাত খায়। ইহঁত পানীত পৰিলে জীয়াই নাথাকে। আৰু এজাতি শামুক আছে, সিহঁত নিচেই সৰু সৰু, আৰু খোলাও ঢিলা; আঙ্গুলিৰে পিটিকি ভাঙিব পাৰি। এইজাতি শামুক উভচৰ, ইহঁতক সচৰাচৰ কম পানীথকা হোলা, ধাননি পথাৰ আদিত বেচিকৈ দেখা যায়। ইহঁতে খোলাত বায়ু ভৰাই লয় আৰু পানীত ভাহি থাকে।

শামুকৰ খোলা ভাঙিলে সিহঁতৰ শৰীৰটো ওলাই পৰে। ইয়াৰ শৰীৰৰ ওপৰত এখন পাতল ছাল থাকে; এই ছালেৰে সিহঁতৰ সমস্ত অঙ্গ ঢাকি ৰাখে। শামুক মাছৰদৰে সৰু সৰু হৈ থাকোঁতে, ইহঁতৰ গাৰ খোলাটো বৰ পাতল হৈ থাকে, আঙ্গুলিৰে টিপা মাৰিলেই ভাগি যায়। শামুকবোৰ ডাঙৰ হোৱাৰ লগে লগে তাৰ ছালো ডাঙৰ হয়, আৰু সি শামুকৰ জিভাৰ কাষেদি দেখা দিয়ে। পৃথিবীৰ মাটিত চূণ আছে; নদী বিল, পুখুৰী আদিৰ পানীতো কম-বেচি পৰিমাণে চূণ মিহলি থাকে। শামুকৰ গাত থকা ছালে পানীত থকা চূণ টানি লয় আৰু খোলা বঢ়ায়। শামুকৰ খোলা পুৰিলে এই কাৰণেই আমি চূণ পাওঁ।

এটা কাঁচৰ পাত্ৰত লাইশামুক এটা থৈ তাৰ গতিবিধি লক্ষ্য কৰিব পাৰি। ইয়াৰ মূৰৰ ওপৰত শিঙৰদৰে দুডাল শুড় থাকে; আৰু তাৰ পাচৰফালে আৰু দুডাল শুড়ৰ মূৰত দুটা চকু থাকে। ইহঁতৰ দেহৰ তলফালে থকা এখণ্ড মঙহেই ভৰিৰ কাম কৰে। ইহঁতৰ বেলেগ ভৰি নাই; এই মঙহেৰেই ইহঁত চুচৰি যায়। আৱশ্যক মতে ই তাৰ সেই অঙ্গ ভিতৰত সুমুৱাই লয়; ইয়াক আমি জিভা বোলোঁ। জিভাৰ ওপৰফালে এচটা সমান পাতল খোলা থাকে; জিভা ভিতৰলৈ সুমালেই এই খোলাই ঢাকনিৰ কাম কৰে।

শামুকৰ মূৰৰ তলত এখন মুখো আছে; এই মুখত কিছুমান দাঁত থাকে, দাঁতবোৰ আমাৰ দাঁতৰদৰে টান নহয়। ই পানীত থকা শেলাই আদি খায়। ইয়াৰ দাঁতবোৰ সোনকালে ক্ষয় হয়; কিন্তু তাৰ পাচতেই আৰু কেইটামান নতুন দাঁত গজি উঠে।

শঙ্খ আৰু কড়ি সমুদ্ৰত থাকে; ইহঁত শামুকৰে ককাইভাই। শঙ্খৰ আকৃতি শামুকৰদৰে নহয়; মাজফালে পাক লৈ নলীৰদৰে



শঙ্খ।

হয়, আৰু আগটো নেজৰফালে সৰু হৈ যায়। কড়ি কিন্তু শঙ্খৰ নিচিনা নেজৰদৰে সৰু নহয়। শঙ্খ আৰু কড়ি একালে

অলপ কটাৰদৰে। শামুকৰ নিচিনা ইয়াৰ ভিতৰতো এখন ছাল থাকে; এই ছালখন কটা অংশেৰে বাজলৈ ওলায়। শঙ্খ আৰু কড়িয়ে এই ছালৰ সহায়েৰে দেহৰ ভিতৰলৈ পানী টানি নিয়ে।

শামুকে পানীৰ শেলাই, পচা বনপাত খায়; কিন্তু শঙ্খে কেৱল মঙহহে খায়। শঙ্খ ধুনীয়া, দেখিলেই লবলৈ মন যায়; কিন্তু যেতিয়া ইহঁত পানীত থাকে, তেতিয়া ইহঁতৰ অত্যাচাৰত সৰু সৰু জলচৰ প্ৰাণীবোৰ ভয়ত অস্থিৰ হয়। শঙ্খৰ মুখত কাঠমিস্ত্ৰিৰ আগৰৰ দৰে এডাল শুড় থাকে; শুড়ডালৰ আগত কিছুমান চোকা দাঁত থাকে। ই যেতিয়া খোলা-থকা শামুক আদি কোনো জন্তু পায়, ততালিকে তাৰ শুড় সেই সেই প্ৰাণীৰ খোলাত সুমাই দিয়ে, আৰু তৎক্ষণাৎ বিন্ধা কৰি পেলায়। শঙ্খই এইদৰে সমুদ্ৰৰ খোলা-থকা প্ৰাণীৰ মঙহ খাই জীৱন ধাৰণ কৰে। সমুদ্ৰত বিন্ধা থকা কিছুমান শিল দেখা যায়; বহুতে অনুমান কৰে, এই বিন্ধাবোৰ শঙ্খই তৈয়াৰ কৰা। শিলগুটিবোৰক শঙ্খই কিবা প্ৰাণী ভাবি খাবলৈ তাৰ শুড় সুমাই দিয়ে, তাৰ ফলতেই এই বিন্ধাবোৰ হয়।

শামুক আৰু শঙ্খৰো স্ত্ৰী-পুৰুষ ভেদ আছে। স্ত্ৰী শামুক-শঙ্খে কণী পাৰে। কিছুমানে নিৰাপদ ঠাইত কণী পাৰি গুচি যায়, কিছুমানৰ আকৌ দেহৰ ভিতৰতে কণী থাকে, আৰু তাৰপৰা কণী ফুটি পোৱালী জন্মে।

---

# ধূমকেতু বা নেজাল তৰা।

মানুহৰ ভিতৰত যি উপদ্ৰৱকাৰী সি ধূমকেতুৰ উপমাস্থল বুলি নিন্দিত হয়। আকাশত ধূমকেতু দেখা দিলেও ৰাষ্ট্ৰবিপ্লৱ, দুৰ্ভিক্ষ আদিৰ আশঙ্কাত মানুহ অস্থিৰ হয়। ইয়াৰ আকৃতি-প্ৰকৃতিয়েই মানুহৰ এনে কুসংস্কাৰৰ মূল যেন লাগে।

সৌৰজগতৰ সূৰ্য্য আৰু গ্ৰহ-উপগ্ৰহ প্ৰায় সকলোবোৰেই গোলাকাৰ; কেৱল শনিৰ বলয়টো অদ্ভুত ধৰণৰ। ধূমকেতুৰ আকৃতি কিন্তু বিকট আৰু বিশাল; তদুপৰি এই আকৃতিও পৰিবৰ্ত্তনশীল, আৰু ইয়াৰ বেচি ভাগৰ গতিৰো শৃঙ্খলা ধৰিবপৰা নাযায়। ই হঠাৎ এদিন আকাশত দেখা দিয়ে; তাৰ পাচত তাৰ কলেবৰ ক্ৰমে বাঢ়িব ধৰে, আৰু অকস্মাৎ সি এদিন অদৃশ্য হৈ যায়। ইয়াৰ আকৃতি ভয়-লগা, তাক পোনতে দেখিলে চকু থৰ লাগে।

কোনো একোটা ধূমকেতু আকৌ প্ৰায় এবছৰলৈ আকাশত দেখা দি থাকে। গ্ৰহবিলাকে যিদৰে নিৰ্দ্দিষ্ট দিনৰ ভিতৰত সূৰ্য্যক প্ৰদক্ষিণ কৰে, কিছুমান ধূমকেতুৱেও সেইদৰে নিৰ্দ্দিষ্ট সময়ৰ মূৰত আকাশত ওলায়। বেচি ভাগ ধূমকেতু কিন্তু এবাৰ দেখা দিয়েই চিৰকালৰ বাবে অদৃশ্য হয়।

সকলো গ্ৰহ পশ্চিমৰপৰা পূবলৈ গতি কৰে; কিছুমান ধূমকেতু কিন্তু পূবৰপৰা পশ্চিমলৈ চলে, কিছুমানেহে গ্ৰহৰ দৰে

পশ্চিমৰপৰা পূবলৈ গতি কৰে। গ্রহবোৰৰ কক্ষ বৃত্তাভাস; যিবোৰ ধূমকেতু নিৰূপিত সময়ত দেখা দি থাকে, সেইবোৰৰ গতিপথো বৃত্তাভাস; কিন্তু যিবোৰ ধূমকেতু এবাৰ দেখা দি চিৰকাললৈ বিদায় লয়, সেইবোৰৰ গতিপথ ক্ষেপণীবৃত্ত। যিবোৰ ধূমকেতুৱে সূর্য্যক কেন্দ্র কৰি বৃত্তাভাস-পথত পৰিভ্রমণ কৰে, সেইবোৰেই নির্দ্দিষ্ট সময়ৰ মূৰে মূৰে আকাশত ওলায়; আৰু যিবোৰ ধূমকেতু ক্ষেপণীবৃত্ত-পথত গতি কৰে, সেইবোৰৰেই প্রত্যাবর্ত্তন নাই।

ধূমকেতুৰ দেহ বৰ বিচিত্র। ইয়াৰ মূৰ সাপৰ ফণাৰ দৰে অলপ বেঁকা। মূৰৰ আগভাগৰ কিছু ঠাই নক্ষত্রৰ দৰে উজ্জ্বল; ইয়াক গর্ভ বুলিব পাৰি। গর্ভক আগুৰি উজ্জ্বল বাষ্পবোৰ বেঁকা ভাবে থাকে। এইটোৱেই ধূমকেতুৰ আচল ভাগ, বাকী অংশক নেজ বোলা যায়।

ধূমকেতুৰ গর্ভৰ ব্যাস পাঁচ শ মাইলৰপৰা পাঁচ হাজাৰ মাইললৈ; ইয়াৰ গর্ভক আগুৰি-থকা বাষ্পবোৰৰ ব্যাস কুৰি হাজাৰৰপৰা ছয় লাখ মাইল। ধূমকেতুৰ মূৰৰপৰা নেজ ওলায়। এই নেজক বাঢ়নীৰ লগত তুলনা কৰিব পাৰি। ধূমকেতুৰ এই নেজ দেখিয়েই আমাৰ মানুহে তাক **নেজাল তৰা** বোলে। ইয়াৰ এই নেজ কেতিয়াবা বৰ দীঘল হয়, কেতিয়াবা আকৌ নাইকিয়া হয়। ধূমকেতুৰ আঁকাৰৰ কোনো ঠিক নাই; কেতিয়াবা তাৰ আঁকাৰ ডাঙৰ হয়, উজ্জ্বলতাও বাঢ়ে। কোনো সময়ত আকৌ সি আঁকাৰত সৰু হৈ নিষ্প্রভ

হয়। ই ইমান পৰিবৰ্ত্তনশীল, যে ইয়াৰ পৰিমাণ ঠিক কৰা কঠিন ; এদিন এটা ধূমকেতু চাই কেই দিনমান পাচত তাক চালে আগৰটো বুলি ধৰিব নোৱাৰি।"

ধূমকেতু আকাশত পোনতে ওলাওঁতে তাৰ নেজ নাথাকে ; তেতিয়া তাক এটা উজ্জ্বল তৰা যেন হে দেখা যায় ; কিন্তু ই যিমানে সূৰ্য্যৰ ওচৰ চাপে তাৰ নেজ সিমানে বাঢ়িবলৈ ধৰে।

ধূমকেতু বাষ্পীয় পদাৰ্থেৰে গঠিত, কিন্তু মূৰৰ প্ৰধান অংশত অসংখ্য ক্ষুদ্ৰ ক্ষুদ্ৰ কঠিন পদাৰ্থ আছে।

ধূমকেতু যেতিয়া নিজ পথত থাকি ভ্ৰমণ কৰে, তেতিয়া সূৰ্য্য আৰু ধূমকেতু উভয়ে পৰস্পৰক আকৰ্ষণ কৰে। ধূমকেতু সূৰ্য্যৰ ওচৰ চাপিলে তাৰ গৰ্ভ বেচি উজ্জ্বল হয় আৰু তেতিয়া ধূমকেতুৰ ভিতৰত-থকা বাষ্পীয় পদাৰ্থ অগ্নিকণাৰ দৰে উৎক্ষিপ্ত হয় ; এইয়ে ধূমকেতুৰ নেজ। ধূমকেতু যিমানেই সূৰ্য্যৰ কাষ চাপে সিমানেই বেচিকৈ এই বাষ্পীয় জ্বলন্ত পদাৰ্থ গৰ্ভৰপৰা বৰ বেগে উদ্গীৰ্ণ হয়, আৰু নেজো সূৰ্য্যৰ বিপৰীত ফালে ক্ৰমে বাঢ়িবলৈ ধৰে। পাচত ধূমকেতুৱে আপোন পথত ভ্ৰমণ কৰোঁতে কৰোঁতে সি সূৰ্য্যৰপৰা যিমানে আঁতৰে তাৰ নেজো ক্ৰমে সিমানে চুটি হৈ যায়।

কিছুমান ধূমকেতু সৌৰজগতত থাকে ; ইহঁতে সূৰ্য্যৰ আকৰ্ষণ অতিক্ৰম কৰিব নোৱাৰি গ্ৰহবোৰৰ দৰে নিৰ্দ্দিষ্ট পথত নিয়মিত সময়ত সূৰ্য্যক প্ৰদক্ষিণ কৰে। এইবোৰৰ কোনোটোৱে দুবছৰ, কোনোটোৱে তিনি বছৰ, কোনোটোৱে আকৌ পঁয়সত্তৰ,

ছয়সত্তৰ বছৰত সূৰ্য্যক প্ৰদক্ষিণ কৰে। আকৌ এনে ধূমকেতুও আছে, যি সূৰ্য্যক প্ৰদক্ষিণ কৰিবলৈ দুই তিনি হাজাৰ বছৰতকৈও বেচি সময় লয়।

আন শ্ৰেণীৰ ধূমকেতু সৌৰজগতৰ প্ৰজা নহয়; ইবিলাক ক'ৰপৰা আহে ক'লৈ যায় এতিয়ালৈ কেৱে ঠিক কৰিব পৰা নাই। এই শ্ৰেণীৰ ধূমকেতুৰ গতিপথেই ক্ষেপণীবৃত্ত।

সকলোবোৰ ধূমকেতুৰ আকৃতি একে নহয়। কিছুমান ধূমকেতুৰ নেজ পোন আৰু দীঘল, কিছুমান ধূমকেতু কাকত ভাঁজ কৰা বিচনীৰ দৰে খাপ খাপ, কিছুমানৰ নেজ আকৌ বেঁকা আৰু চুটি।



বেচি ভাগ ধূমকেতুৰ নেজ দুটা জ্যোতিৰ্ম্ময় স্ৰোতৰ দৰে; এই নেজ ধূমকেতুৰ মূৰৰপৰা আৰম্ভ হৈ ক্ৰমে বিভিন্ন হয় আৰু বহুত দূৰলৈ বিস্তৃত হয়। কোনো কোনো সময়ত দুয়োটা

জ্যোতির্ম্ময় স্রোত বহুদূৰলৈ পৃথক্ হৈয়ে থাকে। ইয়াক উল্কাপাত বা তৰাবাজীৰ লগত তুলনা কৰিব পাৰি। ই কেতিয়াবা কেতিয়াবা দৃশ্যমান আকাশৰ এক-তৃতীয়াংশ ঠাইলৈ বিস্তৃত হয়। কোনো কোনো ধূমকেতুৰ নেজ নাথাকে আৰু কোনো একোটাৰ নেজ ছিৰাছিৰ।

ধূমকেতুৰ বেগ অসাধাৰণ। কিছুমান ধূমকেতুৱে ঘণ্টাত আঠ-দহ লাখ মাইল গতি কৰে। ১৬৮০ খ্ৰীষ্টাব্দত এটা ধূমকেতু ওলাইছিল, সি প্ৰতি ঘণ্টাত ৮ লাখ মাইল বেগে চলিছিল। এই ধূমকেতুটোৰ কক্ষপথ ইমান বহল, যে সি সূৰ্য্যক এবাৰ প্ৰদক্ষিণ কৰিবলৈ পাঁচ শ চৌসত্তৰ বছৰ লাগে। ব্ৰহ্মাণ্ড কিমান ডাঙৰ ভাবাঁ!

অসীম আকাশত অসংখ্য ধূমকেতু আপোন আপোন পথত চলিছে; আমি মাথোন এইবোৰৰ কেৱল সাত আঠ শ হে দেখা পাওঁ।

কিছুমান ধূমকেতু খালি চকুৰে দেখা যায়, কিন্তু বেচি ভাগ ধূমকেতু দূৰবীক্ষণ যন্ত্ৰৰ সহায় নহলে নেদেখি। সৌৰজগতৰ এই অতিথিবোৰ ক'ৰপৰা আহি কি উদ্দেশ্যে ক'লৈ যায়, তাক বুজা মানুহৰ পক্ষে সম্ভৱ নহয়।

যোৱা ১৮৩২ শকৰ ব'হাগ মাহত এটা ডাঙৰ ধূমকেতু আকাশত দেখা দিছিল; ই আহাৰ মাহলৈ আকাশত ওলায়েই আছিল। এই ধূমকেতুটোক হেলিৰ ধূমকেতু বোলে। হেলি চাহাবে এই ধূমকেতুটোৰ গতি-বিধি ঠিক কৰিছিল, সেই কাৰণে

তেওঁৰ নামে ইয়াৰ নামকৰণ কৰা হৈছে। এই ধূমকেতুটো পঁয়সত্তৰ বছৰৰ মূৰে মূৰে দেখা দিয়ে। আমি ওপৰত-কোৱা চনৰ যোল এপ্ৰিলৰ দিনা ইউৰোপত ইয়াক দেখিছিল; সেই তাৰিখৰপৰা তিনি দিনলৈ ইয়াৰ যিবোৰ ফটো হৈছিল, তাত কেৱল এটা ডাঙৰ ডিম্বাকাৰ মূৰহে দেখিছিল; একৈশ এপ্ৰিলৰ দিনা তাৰপৰা সৰু সৰু নেজ ওলোৱা দেখিবলৈ পায়, তাৰ পাচত সেই নেজ ক্ৰমে বাঢ়িবলৈ ধৰে। গোটাই ব'হাগ মাহ ই শুক্ৰগ্ৰহৰ ওচৰতে ওলাইছিল; তাৰ পাচত ক্ৰমে ই সূৰ্য্য আৰু পৃথিবীৰ ওচৰ চাপে। জেঠৰ চাৰি তাৰিখে এই হেলিৰ ধূমকেতুৰ নেজ পাঁচকোটি মাইলবো বেচি দীঘল হৈছিল; সেইদিনা ভাৰতবৰ্ষত 'আৰু পৃথিবীৰ অন্যান্য বহুত ঠাইত ধুমুহা বতাহ, বৰষুণ, বজ্ৰপাত আদি হৈছিল। আহাৰ মাহত হেলিৰ ধূমকেতু পশ্চিম আকাশত কৰ্কট আৰু সিংহৰাশিৰ ওচৰত দেখা গৈছিল, তাৰ পাচত ই সৰু হৈ অদৃশ্য হয়।



# জাতীয় গৌৰৱ।

বুৰঞ্জীলেখক জাতীয় গৌৰৱ
কিবা চিন পাবা অসম দেশৰ ?
যত কবিকুল জাতি পদ্মফুল
লভিলে জনম ফলে কি পাপৰ !
হায় ! হায় ! হায় ! বুকু ফাটি যায়
যি বুজে পুৰিছে হৃদয় সদায়।
উহ ! পাহৰণি যেন ৰাক্ষসিনী
গিলিলি বহুত অসম-গৌৰৱ।
কোনে উলিয়াব কোনে বা দেখাব,
জন্মিছেনে এনে মহা অমুতৱ ?

ঠিক অসমীয়া মানুহ নহয়,
অসম শ্মশান নোহে কোনে কয় ?
অনন্ত কন্দলী জন্ম ধৰিছিল
কিনো পাপ কৰি অসম মাটিত !
নাই তযু নাম, আদৰ সম্মান,
কাললৈ সুমাল শ্মশান ভূমিত।

পদুমৰ গোন্ধ কি গুবৰুৱা লয়,
ভোমোৰাৰ দৰে ফুল কি বময় ?

কন্দলী শ্ৰীধৰ, কিনোহে সুন্দৰ
গাঁথিছিলা বাছি ফুলমালাধাৰ ;—
ভাবিছিলা মনে, অসম-সন্তানে
পিন্ধি গুণ গাই থাকিব তোমাৰ।
কালৰ নিষ্ঠুৰ বতাহ-কোবত,
পৰিল সি মালা অনন্ত খালত।
ৰাম সৰস্বতী, ভাৰতৰ পুথি,
ব্যাসৰ বাছনি ফুলৰ মালা,
কৰিলা ৰচনা, তোমাৰ কামনা
নিসিজিল—হ'ল ল'ৰাৰ খেলা।

বঙ্গত জনম ধন্য কাশী দাস,
তথু কীৰ্ত্তি কৰে অসমে প্ৰকাশ।
ঠিক অসমীয়া মানুহ নহয়,
অসম শ্মশান নোহে কোনে কয়?
দেৱ কীৰ্ত্তিবাস, কীৰ্ত্তিৰ আবাস
সাজিলে তোমাৰ বঙ্গালী ভাই,
এই ৰামায়ণ লেখা কবিজন,
পুথিৰ বতৰাৰ নামো নাই।

পুৰণি গৌৰৱে গৰ্ব্বী যেই দেশ
নহয়, নাই তাৰ উন্নতি-লেশ।

কত পৰিশ্ৰম কৰি কবিজন
সাজিলে মৌবাহ কেৱল বৃথায়,
আজি অসমত, ডেকাৰ মাজত,
বিচাৰি কোনেও তাক খাওঁতা নাই ;
বাপেকৰ নাম নজনা সন্তান
কালে হ'ল আহি এই মাটিখান !
পঢ়িছে মিল্‌টন্‌, পঢ়ে বাইৰণ্‌,
দেখোঁ সৌ দলে শলাগ লই।
স্বজাতি অসভ্য যিণি হয় সভ্য
পিতাৰ পুত্ৰৰ নাই পৰিচয়।

ইৰূপ বচেৰা সন্তানৰ জ্ঞান
দিলাহে বিধাতা এই মাটিখান !
ঠিক অসমীয়া মানুহ নহয়,
অসম-শ্মশান নোহে কোনে কয় ?

শঙ্কৰদেৱৰ দেখোঁ জীৱনৰ
চৰিত্ৰ কেৱল ভকতত সীমা,
চৈতন্য-জীৱন জগত-ঘোষণ,
শ্মশানতে লয় শঙ্কৰমহিমা।

মাধদেউ এক সুকবি প্ৰধান,
অসভ্য দেশত জন্মি নষ্ট নাম।

"যেন ফুল প্ৰাণ হাবিত জনম
হাবিৰ বতাহে হাবিতে নাশে।"
সভ্য প্ৰদেশত জনমাহেঁতেন
হ'লা হয় কেনে যশৰ ভূষণ ;
কবি মহামতি, মই মূৰ্খ অতি,
নাজানোঁ কৰিব তোমাৰ পূজন ;
কৰোঁ কবিতাৰে, দুৰবল স্বৰে,
চকুৰ পানীৰে এবেলি তৰ্পণ।
কুলাচল নামে কাব্য কোন জনে
কৰিলে ৰচনা কৰোহেঁ৷ তৰ্পণ।
কূৰ্ম্মাৱলী পদ, আৰু চণ্ডী-পদ
ৰচিলে কোন নো কবি দুই জন ;
চকুৰ পানীৰে তৰ্পোহেঁ৷ এবাৰ,
দহিলে সুনাম শ্মশানে তোমাৰ।
ই অসভ্য দেশ মনুষ্যত্ব-লেশ
নাই একেবাৰে ভাৰত মাজে,
উলঙ্গ দেশৰ, কাম কি ধোবাৰ ?
নোশোভে লোকক কাপোৰ-সাজে।
ঠিক অসমীয়া মানুহ নহয়,
অসম শ্মশান নোহে কোনে কয় ?

---

# স্বৰ্গদেৱ গদাধৰ সিংহ।

১৫৭০ শকাব্দৰ বছৰ চেৰেকৰ পূৰ্ব্বে আহোম-ৰাজলক্ষ্মীৰ কপালৰ তিলক মহাৰাজ গদাধৰ সিংহ স্বৰ্গদেৱৰ জন্ম হয়। তেওঁৰ দেউতাক গোবৰকোঁৱৰ বৰ বিজ্ঞ আৰু সাংসাৰিক কাৰ্য্যত সুনিপুণ পুৰুষ আছিল; সেই গতিকে তেওঁৰ সন্তানসকলকো সৰুৰেপৰা নৈতিক বল আৰু বাহুবল দুয়ো পিনে বিচক্ষণ কৰি তুলিব পাৰিছিল। ল'ৰাকালৰেপৰা গদা কোঁৱৰে তেওঁৰ অসাধাৰণ বলবীৰ্য্যৰ চিনাকি দিছিল; তেওঁৰ সাহসিক কাৰ্য্যকলাপ দেখি তুংখুঙ্গৰ প্ৰজাবিলাকে আচৰিত মানিছিল। দহ-বাৰ বছৰ বয়সতে তেওঁ হাতীত উঠি চিকাৰ কৰিব পাৰিছিল, আৰু বাঘমৰা আৰু আন আন বীৰোচিত কাৰ্য্যত তেওঁ যোগ দিছিল। সেই কুমলীয়া বয়সতে তেওঁৰ গাত ভবিষ্যৎ মহত্বৰ লক্ষণ সম্পূৰ্ণৰূপে ফুলি উঠিছিল; সৰুৰেপৰা তেওঁ অত্যাচাৰী মানুহৰ প্ৰতি ঘৃণা আৰু দুখীয়া নিচলা ৰুগীয়া মানুহক পুতৌ কৰিছিল।

কথিত আছে, বোলে সেই সময়ত ৰজাঘৰীয়া ফৈদবোৰৰ মাজত ঘোৰ অৰি-ভাব আছিল; কিন্তু গদাকোঁৱৰে ডেকা কালতে বিশেষ কৌশল আৰু যতনেৰে সেই শত্ৰুতাৰ সামৰণি পেলাই তুংখুঙ্গীয়া ফৈদেৰে সৈতে আন সকলো ফৈদৰ মাজত মিত্ৰতা স্থাপন কৰে; আৰু সকলোৱে পৰস্পৰে মিলেৰে থাকি যাতে

সেই কালৰ মুছলমান আক্ৰমণৰপৰা অসম-ৰক্ষা কৰিব পাৰে, তাৰ হস্তে তেওঁ অহোপুৰুষাৰ্থ কৰিছিল।

আজিকালিৰ দৰে তেতিয়া শিক্ষাৰ সিমান প্ৰচলন নাছিল। আহোম পণ্ডিতসকলে ঘৰুৱাকৈ দেওধাই, বাইলুং, মহন প্ৰভৃতিৰ ল'ৰাবিলাকক ধৰ্ম্ম আৰু বুৰঞ্জীবিষয়ক শিক্ষা দিছিল; কিন্তু ওখ তৰপৰ বিষয়াৰ সন্তানক, এনে কি কোঁৱৰসকলকো প্ৰায়েই নিশিকোৱাকৈ ৰখা হৈছিল। গদাপাণিয়ে সৰুকালত একো শিক্ষা পোৱা নাছিল; শিক্ষাৰ এনে অভাৱ-হোৱা স্থলতো, যে তেওঁ ভবিষ্যতে এজন দূৰদৰ্শী ৰাজনীতিজ্ঞ পুৰুষ হ'ব পাৰিছিল, ই বাস্তৱতে তেওঁৰ আচৰিত মানিবলগীয়া প্ৰতিভাৰ চিনাকি মাথোন।

গদাকোঁৱৰে উপযুক্ত বয়সত বৰগোহাঁই পৰিয়ালৰ জয়মতী কুঁৱৰীক বিয়া কৰায়। এই গৰাকী কুঁৱৰীক ৰূপ-গুণ একোতে কোনেও চেৰ পেলাব নোৱাৰিছিল। তেওঁৰ সতীত্ব আৰু পতিপ্ৰাণতা জগতৰ আদৰ্শস্বৰূপ হৈছে। গদাপাণি আৰু জয়মতী দুয়ো একেটি সাঁচতে গঢ়া; কোঁৱৰ যেনে সজ-চৰিত্ৰবান্ আৰু নিৰ্ভীক, কুঁৱৰীও সেই দুই বিষয়ত অতুলনীয়া আছিল। এওঁলোকৰ শুভমিলনত লাই আৰু লেচাইৰ জন্ম হয়। লাই কোঁৱৰ পাচত দেউতাক স্বৰ্গী হোৱাত ৰাজপাটত বহে, আৰু লেচাইগোহাঁইদেৱে ৰাজ্যৰ এজন ৰৰমূৰীয়া বিষয়া হৈ ককায়েকক ৰাজকাৰ্য্যত সহায় কৰে।

গদাকোঁৱৰে মনৰ জোখাই পত্নী আৰু জয়মতী কুঁৱৰীয়ে মনৰ জোখাই পতি লাভ কৰি ভালেমান বছৰ সুখেৰে যাপন

কৰিলে। কিন্তু গদাপাণিৰ মনত সিমান শান্তি নাছিল। সেই সময়ত ৰজাৰ ৰাজধানীত কেইবাটিও গা-নোম শিয়ৰিউঠা ঘটনা ঘটিছিল। ১৫৯২ শঁকৰ পৰা ১৬০১ শঁকলৈকে, আহোম-ৰাজপাটত ছজনা কোঁৱৰ উঠে; কিন্তু মন্ত্ৰীসকলে মন্ত্ৰণা-চক্ৰত পেলাই তাৰ চাৰিজনা ৰজাক অকালতে বধ কৰে। এজনে মন্ত্ৰীসকলৰ হাতত প্ৰাণ সঁপিব লাগিব বুলি মনৰ বেজাৰতে আত্মঘাতী হয়; মাথোন এজনৰহে স্বাভাৱিকৰূপে মৰণ হয়। ৰাজধানীৰ এনে লুলস্থুলৰ কথা গদাপাণিয়ে সকৰেপৰা বৰ ভালকৈ জানিছিল। ৰজা নিস্তেজ হোৱা আৰু বিষয়াবিলাকৰ অৰিয়া-অৰি আৰু স্বাৰ্থপৰতা দেখি তেওঁৰ মনত সদায় অশান্তি। নিজে ৰাজ্যৰ গুৰি ধৰি টান-মুখেৰে আক্ৰোহী বিষয়াসকলক দমাই ৰাজ্যত কেনেকৈ সুশাসন থাপিব পাৰিব, এই একেটি ভাব তেওঁৰ মনত প্ৰায়েই খেলাইছিল। ল'ৰাৰজাই চৰিয়া, ৰিপুৱা, গুপ্তচৰ আদি পঠিয়াই যেতিয়া ৰাজপাটলৈ যোগ্য কোঁৱৰসকলক অঙ্গক্ষত কৰাই অযোগ্য কৰিছিল, সেই সময়ত গদাপাণিৰ মনত আশঙ্কা, কি জানিবা ল'ৰাৰজাৰ নিষ্ঠুৰ চৰিয়াবিলাকৰ হাতত তেওঁৰো অঙ্গক্ষত হয়! সেইবাবে তেওঁ বৰ সাৱধানে ফুৰিব-চাকিবলৈ ধৰিলে। আৰু ৰজাৰ এটি দুটি গুপ্তচৰে তেওঁৰ কাষকে চাপিব নোৱাৰিলে। তেতিয়া ল'ৰা-ৰজা অধিকতৰ সংশয়ী হল; যেহেতু তুংখুঙীয়া ফৈদ ৰজা হ'ব পৰা সকলো ফৈদতকৈ বেচি ক্ষমতাশালী আছিল। লৰা-ৰজাই ভাবিলে, যে গদাকোঁৱৰ জীয়াই থাকে মানে তেওঁৰ ৰাজপাট নিষ্কণ্টক নহয়। সেই দেখি তেওঁ চৰিয়াবিলাকক

এইজনা কোঁৱৰৰ প্ৰাণ বধিবলৈকে মনে মনে আদেশ দিছিল। গদাপাণি তেতিয়া নিৰুপায় হল; ৰজাৰ প্ৰবল আৰু অসংখ্য চৰিয়াৰ আগত অকলে কেনেকৈ ঠাৰ্ৰিব! ইয়াৰ একো উপায় নাপাই সতী হেন পত্নী আৰু গণেশ-কাৰ্ত্তিক হেন পুত্ৰক ঈশ্বৰৰ কৰুণাত সমৰ্পণ কৰি তেওঁ ছদ্মবেশ ধৰি নগাপৰ্ব্বতৰ ফালে আঁতৰি গ'ল।

সেই অৱসৰতে ল'ৰা-ৰজাই গদাপাণিৰ পত্নী জয়মতীক ধৰাই নি নানা শাস্তি দি কোঁৱৰৰ সম্ভেদ বাতৰি উলিয়াবলৈ কুকুৰাচোৱা চাউডাঙক আজ্ঞা দিলে। নানা যন্ত্ৰণা ভুঞ্জিও জয়মতীয়ে তেওঁৰ গৃহস্থৰ বাতৰি কৈ নিদিলে। গদাপাণিয়ে কেনেবাকৈ পত্নীৰ এনে অৱস্থাৰ কথা ভু পাই মৰসাহ দি যন্ত্ৰণা দিয়া ঠাইলৈ আহিল, আৰু ছেগ চাই তিনিবাৰ জয়মতীৰ ওচৰলৈ গ'ল, কিন্তু তেওঁ নিজৰ চিনাকি নিদিলে। চাউডাংহঁত যাতনা দিয়া ঠাইলৈ আহিলে তেওঁ আঁতৰি গৈ একান্তমনে আৰু বেজাৰেৰে নিজ পত্নীৰ পিচলৈ চাই থাকে, কিন্তু একোকে নামাতে, মাত দিলেই ৰজাৰ সেনাই চিনি পাব, আৰু তেওঁৰ জীৱনৰ উদ্দেশ্য ঢুপতীয়াতে জঁয় পৰিব। তৃতীয়বাৰ ওচৰলৈ যাওঁতে কুঁৱৰীয়ে চিনি পাই কথাৰ ইঙ্গিতেৰে কোঁৱৰক সেই ঠাইৰপৰা যাবলৈ ক'লে। গদাপাণিয়ে আগ-পাচ ভাবি চিন্তি চন্দ্ৰ-সূৰ্য্যক সাক্ষী কৰি সেই ঠাইৰপৰা অগত্যা আকৌ আঁতৰ হল।

গদাপাণি এজন বীৰ হৈয়ো, যে পত্নীক এনে দুৰ্দ্দশাৰপৰা

উদ্ধাৰ নকৰিলে, ইয়াৰ গুপুত ৰহস্য আজিলৈকে অনেকে ভেদ কৰিব পৰা নাই। তেওঁৰ অকল বাহুবল থকা হ'লে, তেওঁ এনে কাম নকৰিলেহেঁতেন, কিন্তু এনে কৰাত তেওঁৰ অসাধাৰণ মনোবল প্ৰকাশ পাইছিল। কিয়নো, তেওঁ দেখিলে, যে কুৱঁৰীয়ে একোপধ্যে তেওঁৰ কথা নকয়, আৰু তেওঁ চিনাকি দিলে কুৱঁৰীৰ মহাব্ৰত সাধনাৰ বাটত বিধি-পথালি দিয়া হয় মাথোন, আৰু তেওঁৰ জীৱনৰ মহৎ উদ্দেশ্যও লগে লগে সাং-হয়, সেই দেখি তেওঁ কুঁৱৰীক শেষবাৰ চাই লৈ সেই ঠাইৰ পৰা গম্ভীৰ ভাৱে বিদায় ল'লে। তেতিয়াৰে পৰা গদাপাণি আৰু জয়মতীৰ দেখা-সাক্ষাৎ হোৱা নাই।

গদাকোঁৱৰে জয়মতীক তাতে এৰি ছদ্মবেশেৰে নগাৰ চাঙে চাঙে ফুৰিবলৈ ধৰিলে। পোনতে নগাপৰ্ব্বততে কিছুমান দিন থাকিল। ইতিমধ্যে জয়মতীয়ে ল'ৰা-ৰজাৰ পিশাচ চাউডাংহঁতৰ হাতত নশ্বৰ দেহা এৰি স্বৰ্গী হ'ল। গদাপাণিয়ে নামচাং, টাব্‌লুং ইত্যাদি নগাপৰ্ব্বতবোৰৰ আজি ইটো টিলাত কালি সিটো টিলাত থাকি মাজে মাজে পান, কচু, আলু, জলকীয়া আদি বেচিবলৈ অহাৰ ছলেৰে ভৈয়ামলৈ নামি নগৰৰ গম-গতি বুজি যায়হি, আৰু মাজে মাজে শাহুৱেকৰ ঘৰত সোমাই লাই-লেচাই ক চাই যায়। নগা পৰ্ব্বততো কোঁৱৰ নিৰাপদ নাছিল; তাতো ৰজাৰ চৰখিলাকে কেইবা বাৰো তেওঁৰ প্ৰাণ ল'বলৈ চেষ্টা কৰিছিল। কিন্তু ঈশ্বৰৰ অনন্ত মহিমাত তেওঁৰ প্ৰাণ লবলৈ কোনো সমৰ্থ ন'হল; পৰমেশ্বৰে স্বয়ং তেওঁক সকলো অমঙ্গলৰপৰা ৰক্ষা কৰিছিল।

নগাপৰ্ব্বতত থাকি তেওঁৰ মহৎ উদ্দেশ্য সিদ্ধিৰ আশা নেদেখি, তেওঁ সেই ঠাই এৰি ভটীয়াই আহোঁতে কোঁৱৰক বাটত সলাল-গোহাঁয়ে পাই তেওঁৰ ভিনীহিয়েক বন্দৰ বৰফুকনৰ ঘৰলৈ যাবৰ নিমিত্তে উপদেশ দিলে। গদাপাণিয়ে ছদ্মবেশেৰে ফুৰোঁতে বাটত এজন গণ'কৰে সৈতে তেওঁৰ চিনাকি হয়। এদিন গণকে কোঁৱৰৰ হাত চাই ক'লে—"গদা, তুমি এদিন ৰজা হবাহে।" কোঁৱৰে মাত লগালে—"বাৰু, মই যদি ৰজা হওঁ—মন্ত্ৰীৰ বাব এটি তোমাৰ।" এইজনা গণকে বিষয় ল'বলৈ নাপালে, কেইমাহ-মানৰ অন্তৰতে তেওঁৰ মৃত্যু হয়।

সলালগোহাঁইৰ সজ-পৰামৰ্শ শিৰোধাৰ্য্য কৰি কোঁৱৰ কামৰূপৰ ফালে গ'ল। তাতে পোনতে তেওঁ এজনী পোহাৰীৰ ঘৰত থাকে। পোহাৰীৰ ঘৰৰপৰা ওলাই আহি তেওঁ এজন ব্ৰাহ্মণৰ ঘৰত ভালেমান দিন কাম কৰিছিল আৰু তেওঁৰ কৃতজ্ঞতা স্বৰূপে ভবিষ্যতে সেই ব্ৰাহ্মণৰ ঘৰলৈ ৰাজভোগ্য বঁটা-বাহন আৰু দক্ষিণাদি নিয়মমতে দি তেওঁলোকৰ সম্মান বঢ়াইছিল। আজিলৈকে তেওঁবিলাকৰ সতি-সন্ততিসকল এটি উন্নতিশীল পৰিয়াল হৈ আছে। বামুণৰ ঘৰৰপৰা আহি তেওঁ কামৰূপৰ চান্দকুচীয়া বৰুৱাৰ আশ্ৰয়ত কিছুমান দিন থাকে। তাত থকাটো আপদশূন্য যেন নেদেখি তাৰপৰা আঁতৰি কোঁৱৰ বাণীগাৱঁলৈ যায়। এই গাৱঁতে গাৱোঁৱনী এজনীয়ে তেওঁক বৰ সাদৰেৰে শুৱাই-পিন্ধাই ৰাখে। তাৰ পাচত গদাপাণিৰ বাইদেৱাক বৰফুকননীয়ে এই কথাৰ সম্ভেদ পাই কোঁৱৰক চপাই নি কিছুমান দিন ঘৰৰ ভিতৰতে গোপনে

ৰাখে। বৰফুকননীয়ে বৰফুকনক তাৰ গুংসূত্ৰ একোকে জানিবলৈ দিয়া নাছিল। মনত ভয়, কি জানি বৰফুকনে তাৰ ভু পালে ৰজাঘৰত জনাই ভায়েকৰ বিঘিনি ঘটায়। পিচে, এদিন বৰফুকনে ৰাজ্যৰ হুলস্থূল আৰু ল'ৰা-ৰজাৰ অত্যাচাৰৰ কথা বৰফুকননীৰ আগত কওঁতে কথাৰ মাজতে ক'লে—"এই সময়ত গদাক পোৱা হলে, তেওঁক ৰজা পাতি ৰাজ্যৰ অশান্তি আঁতৰালোঁহেঁতেন।" বৰফুকননীয়ে সুধিলে, "আপুনি গদাকোঁৱৰক পালে সঁচাকৈয়ে ৰজা পাতিবনে? মোৰ ভাইক আপুনি একো নকৰে বুলি, অঙ্গীকাৰ কৰক, মই গদাক আনি দিবলৈ গাত লওঁ।" বৰফুকনে ক'লে—মই অঙ্গীকাৰ কৰিছোঁ, জগতত চন্দ্ৰ-সূৰ্য্য থাকে মানে কোঁৱৰৰ হিত বিনে অহিত নিচিন্তোঁ।" বৰফুকননীয়ে এই আশ্বাসবাণী শুনি ততালিকে কোঁৱৰক উলিয়াই আনি বৰফুকনৰ আগত থিয় কৰালেহি। গদাক পাই বৰফুকন পৰম আনন্দিত হ'ল। আৰু তেওঁক ৰজা পাতি ল'ৰা-ৰজাক সিংহাসনচ্যুত কৰিবৰ মনেৰে সৈন্য-সামন্ত সংগ্ৰহ কৰি তেওঁ উজনিলৈ যাত্ৰা কৰিলে। ৰাজধানীৰ সম্ভ্ৰান্ত বিষয়াসকলে লৰা ৰজাক ৰজা ভাঙি তেওঁৰ ঠাইত গড়গাওঁ নগৰৰ বৰচৰাতে গদাকোঁৱৰক ১৬০৩ শকৰ চ'ত মাহত ৰজা পাতিলে।

গদাকোঁৱৰ ৰজা হৈ কিছুমান দিন থকাত ল'ৰা-ৰজাই পুনৰ ৰাজপদ লভিবলৈ দ্ৰোহ আচৰিলে. আৰু কেইজনমান বিষয়াই ভগা-ৰজাক সহায়ো কৰিলে। ইয়াৰ সন্তেদ পাই স্বৰ্গদেৱে ষড়যন্ত্ৰকাৰী-সকলক দণ্ড বিহিলে, আৰু ভৱিষ্যৎ অশান্তিৰ বীজ মাৰিবৰ অৰ্থে

ল’ৰা-ৰজাক বধ কৰালে। যি কেইজনমান ডাঙৰীয়া আৰু বিষয়াই পূৰ্ব্বৰ এঘাৰবছৰীয়া সমস্যাৰ সময়ত ৰজা ভঙাপতাত যোগ দিছিল, স্বৰ্গদেৱে তেওঁলোকক বিষয়বপৰা অৱসৰ দি তেওঁলোকৰ ঠাইত নতুন আৰু বিশ্বাসী বিষয়া ল’লে। তাৰ পাচে, তেওঁ গড়গাওঁৰ-পৰা নগৰ উঠাই বৰক’লালৈ নি তাতে শিঙৰী-ঘৰত উঠিও হিন্দুমতে গদাধৰ সিংহ আৰু আহোমমতে চুপা’তফা নাম লৈ সিংহাসনত বহিল। বৰকলা বৰ অসুচল ঠাই; সেইগতিকে স্বৰ্গদেৱে মেটেকা নামে ঠাইত বাহৰ কৰি আছিল।

গদাধৰ সিংহ স্বৰ্গদেৱ এজন অসাধাৰণ ৰাজনৈতিক পুৰুষ আছিল। যিসকল বিষয়াই লৰা-ৰজাক জীৱিত কালতে ৰাজপদৰ-পৰা বিচ্যুত কৰি তেওঁক ৰজা পাতে, গদাধৰে সিবিলাকক ৰাজ-দ্ৰোহী বিবেচনা কৰি ৰাজধৰ্ম্মমতে দণ্ড বিহিবলৈ একোতে কোঁচ নাখালে; কিছুমানক ভুৰ বান্ধি উটুৱাই দিয়া হল আৰু কিছুমানক স্বৰ্গদেৱে নিজে আগত থাকি শালত দিয়ালে। সেই ঠাই আজিও ‘শালমৰা’ নামে অভিহিত। এনে কি, নিৰাশ্ৰয় অৱস্থাত আশ্ৰয়-দাতা মৰমৰ ভিনীহিয়েক বন্দৰ বৰফুকনকো ৰাজ্যৰপৰা বাজ কৰি দিয়া হল। এই কাৰ্য্যৰ বাবে কিছুমানে গদাধৰ সিংহ স্বৰ্গদেৱৰ গাত অকৃতজ্ঞতাৰ চেকা পেলাব খোজে; কিন্তু সেইবাবে স্বৰ্গদেৱৰ গাত অকণো দোষ নাই, বৰঞ্চ ই তেওঁৰ ৰাজনীতিজ্ঞান আৰু দূৰদৰ্শিতাৰহে চিনাকি দিয়ে।

স্বৰ্গদেৱ গদাধৰসিংহ ৰাজপাটত উঠা কালত আহোমৰাজ্যৰ অৱস্থা বৰ শোচনীয় আছিল। ডাঙৰীয়াসকলেই ৰাজ্যৰ নেতা;

ৰজাক তেওঁলোকে পুতলাৰ দৰে নচুৱাইছিল, আৰু নিজৰ কাৰ্য্য-সিদ্ধিৰ নিমিত্তে নিষ্ঠুৰ কাম কৰিবলৈকো তেওঁলোক কুণ্ঠিত নহৈছিল। তাৰ উপৰিও, প্ৰজাবিলাক একেবাৰে নিস্তেজ আছিল। স্বদেশানুৰাগ নামে এটি গুণ তেতিয়া প্ৰায় দেখা নহৈছিল। পূৰ্ব্ববৰ্ত্তী ৰজাসকলৰ অত্যাচাৰৰপৰা হাত সাৰিবৰ নিমিত্তে বহুতে গৈ মুছলমানৰ ফলীয়া হৈছিল। ৰাজাৰ এনে শোকলগা অৱস্থা দেখি আৰু তাৰ সুযোগ লৈ পৰ্ব্বতীয়া জাতিবিলাকে প্ৰজাৰ ওপৰত বৰ উৎপাত কৰিছিল। কিন্তু গদাধৰসিংহ স্বৰ্গদেৱে নিজ ৰণকৌশল আৰু ৰাজনৈতিক বলেৰে সকলোকে দমাই ৰাজ্যত শান্তি স্থাপন কৰে।

১৬০৫ শঁকত ৰঙ্গামাটিৰ নবাব মঙ্কলখাঁই পূৰ্ব্বে আমাৰ হাতত পোৱা অপমানৰ পোটক তুলিবলৈ বুলি অসম আক্ৰমণ কৰে। শুক্ৰেশ্বৰৰ দাঁতিত ইটাখুলি নামে ঠাইত উভয় পক্ষৰ যুদ্ধ হয়। তাত অসমীয়া সেনাই গদাধৰসিংহৰ ৰণকৌশলৰ বলত মছলমান সেনাক মূৰ তুলিব নোৱাৰাকৈ ঘটুৱালে। সেই অবধি আহোম আৰু বঙালৰ ৰণ হোৱা নাছিল। গদাধৰসিংহ স্বৰ্গদেৱেই অসমত মুছলমান আক্ৰমণৰ শেষ পেলালে। ১৬০৭ শঁকত মিৰিহঁতে শদিয়াখোৱা গোহাঁইৰ ঘৰত জুই দিয়ে, আৰু শদিয়া আক্ৰমণ কৰে। সেই কাৰণে স্বৰ্গদেৱে এদল অসমীয়া ৰণুৱা পঠিয়াই মিৰিহঁতক আমাৰ বশবৰ্ত্তী কৰে। ১৬০৮ শঁকত নগাবিলাকৰ উৎপাত দমোৱা হয়। এইদৰে মুছলমান আৰু পৰ্ব্বতীয়া জাতিবোৰৰ মাজত অসমৰ মান অটুট ৰখা হয়।

যুদ্ধ-বিগ্রহাদিত ব্যস্ত থকাৰ স্থলতো স্বৰ্গদেৱ গদাধৰসিংহই নানা সৎকৰ্ম্মৰ অনুষ্ঠান কৰে। তেওঁ ছদ্মবেশে ফুৰোঁতে বিদেশীসকলৰ ৰাজনীতি আৰু ৰাজ্যৰ ভিতৰুৱা কথাবোৰ ভালকৈ শিকি-বুজি লৈছিল; আৰু ৰাজ্যৰ গুৰিধৰা হৈ তাৰ ভাল-ভাল নীতি-নিয়মবোৰ নিজৰ ৰাজ্যৰ উন্নতিৰ অৰ্থে লগাইছিল। আন দেশৰ সুকীয়া ৰাজহৰ প্ৰথা আৰু মাটি পিয়ল কৰাৰ নিয়ম দেখি তাক তেৱেঁই পোনতে অসমত চলায়।

স্বৰ্গদেৱ গদাধৰসিংহ এজন শাক্ত হিন্দু আছিল; তেওঁ ধৰ্ম্মৰ উন্নতিৰ অৰ্থে নানা সজ কাম কৰি যায়। তেৱেঁই বগী দ'ল, ৰংদৈ দ'ল, বিশ্বনাথৰ দ'ল আৰু উমানন্দৰ দ'ল সজায়। তাত বাজেও স্বৰ্গদেৱে ভালেমান দ'ল, পুখুৰী আৰু আলি আদি কৰাই আজিলৈকে নিজৰ নাম চিৰস্মৰণীয়কৈ ৰাখি গৈছে। ব্ৰাহ্মণ আৰু গোসাঁই-মহন্তসকলক ব্ৰহ্মোত্তৰ আৰু দেৱোত্তৰ মাটি তেওঁৰ নাম থকা কালৰে দিয়া এতিয়াও আছে। কিন্তু বামুণ, গোসাঁই-মহন্তসকলক এইদৰে আদৰ আৰু মৰম কৰিছিল বুলিও, স্বৰ্গদেৱে সিবিলাকৰ ভিতৰৰ কুসংস্কাৰত প্ৰৱৰ্ত্তা ভণ্ডবিলাকক সমুচিত দণ্ড বিহি সংশোধন কৰিবলৈকো পিচ-পৰা নাছিল, আৰু নিজেও ৰাজ-কাৰ্য্য পৰিচালনাৰ শক্তিহীন কৰা বিচাৰশূন্য আচাৰৰ তলতীয়া নহৈছিল। ৰাজ-নীতি আৰু সমাজ-নীতি দুয়োতে অসাধাৰণ জ্ঞান থকাৰ কাৰণেই গদাধৰসিংহ স্বৰ্গদেৱ অসমৰজাসকলৰ ভিতৰত শিৰোমণি স্বৰূপ আছিল।

এইদৰে চৈধ্য বছৰ কাল অখণ্ড প্ৰতাপে ৰাজত্ব কৰি প্ৰায় আঠৈ-কুৰি বছৰ বয়সত ১৬১৭ শঁকৰ ১৩ ফাগুন কৃষ্ণা-চতুৰ্থীত মহাৰজা গদাধৰসিংহ স্বৰ্গদেৱ স্বৰ্গী হয়।

স্বৰ্গীয় গদাধৰসিংহ স্বৰ্গদেৱ যেনে এজন বাহুবলী পুৰুষ বুলি বিখ্যাত, তেওঁ তেনে এজন ৰাজনীতি আৰু সমাজনীতিত বহুল অধিকাৰ থকা সচ্চৰিত্ৰ আৰু ন্যায়বান পুৰুষ বুলিও প্ৰখ্যাত। কথিত আছে, বোলে তেওঁ বলৱন্ত বলিয়া হাতীকো লৰি-অহা বেগতে দাঁতত ধৰি ঘূৰাই দিব পাৰিছিল। তেওঁৰ অবয়ৱ আৰু শাৰীৰিক শক্তি চাই তেওঁৰ ভোজনো প্ৰচুৰ আছিল। সেইদৰেই সংসাৰ-যুদ্ধতো তেওঁ এজন সুপ্ৰসিদ্ধ বীৰ আছিল। জীৱনৰ কালত তেওঁ অনেক অপায়-অমঙ্গলৰ হাতত পৰিছিল; এনে কি, তেওঁ সময়ত নিজৰ প্ৰাণৰ কাৰণে ঘৰ-দুৱাৰ এৰি দূৰণি আৰু অগম্য নগা-পৰ্ব্বতত ফুৰিছিল। কিন্তু তেওঁ, যে সকলো বাধা-বিঘিনি লঙ্ঘন কৰি এদিন আহোম-ৰাজপাটত দুপৰ সুৰুযৰদৰে জিলিকিব পাৰিছিল, ই সাধাৰণ ক্ষমতাৰ কথা নহয়। আৰু, স্বৰ্গদেৱৰ বৰ সৌভাগ্য, যে জয়মতী হেন জগতৰ আদৰ্শ নাৰী তেওঁ ভাৰ্য্যাৰূপে লাভ কৰিছিল। পৃথিবীত, বুৰঞ্জীৰ জীৱন থাকেমানে জয়মতী-গদাধৰৰ নাম জীয়াই থাকিব।



# আনন্দৰাম বৰুৱাৰ স্বৰ্গযাত্ৰা ।



আনন্দৰাম বৰুৱা ।

অকস্মাৎ কিয় আজি সুৰলোকে
আনন্দৰ ধ্বনি উঠিছে ঘনে ।
গাইছে গন্ধৰ্ব্বা · নাচিছে ত্ৰিদিব,
লৰে দেৱদূত আনন্দ-মনে ॥

কিয় জ্যোতির্ম্ময় স্বৰগ-দুৱাৰ
অকস্মাৎ আজি মুকলি হ'ল ।
লগে দেৱবালা, সৰস্বতী আই
বিমানপথত অপেক্ষি ৰ'ল ॥

ইকি ইকি চোৱাঁ, অসম গৌৰৱ,
ভাৰতৰ ধন আনন্দৰাম ।
সুবর্ণ-ৰথত, আলোকি বিমান,
কৰিছে প্ৰয়াণ শান্তিৰ ধাম ॥

চোৱাঁ চোৱাঁ লগে সৰস্বতী আই,
উলাহ-মনেৰে কোলাত তুলি ।
"পানা কৰি তেজ, খাটি মোৰ গুণে,
কত ভাগৰেৰে আহিছা" বুলি ॥

পিয়ালে অমৃত পাৰিজাত-মালা,
দিলে তুলি শিৰে দেৱসমাজ ।
বাজিল দুন্দুভি, পাণিনি অমৰ
পিন্ধালে আপুনি দেৱৰ সাজ ॥

পদ্ম-আসনত বহুৱালে চোৱাঁ,
সৰস্বতী আই আকোঁৱালি ধৰি,
সৌৰভৰ দৰে শুৱালে আনন্দ,
হাঁহিলে ত্ৰিদশ দেৱনগৰী ॥

আনন্দ তুমিতো দেৱ-সমাজত,
চিৰ-শান্তি পালা আনন্দলোকে।
কিন্তু তলৈলে চোৱাঁ এটিবাৰ,
কি হ'ল পৃথিবী তোমাৰ শোকে॥

হাহাকাৰ ধ্বনি উঠিল জগতে,
ভাৰতত আৰু আনন্দ নাই।
ধ্বনিছে পৱন, চৰাই বিনায়,
ভাৰতত আৰু আনন্দ নাই॥

কোনে আৰু হাঁয় জগতবাসীক
বিলাব সংস্কৃত-কবিৰ ভাব।
কাব্য-বুৰঞ্জীৰ সাগৰক মথি,
নিতে ন'অমৃত কৰিব স্ৰাব॥

চোৱাঁ কথা ক'ব নজনা তোমাৰ
জননী অসম পৰিল জঁয়।
দুখুনীৰ ভাগ্যে এটি মাত্ৰ ৰত্ন,
তাকে হেৰুৱালে প্ৰাণে কি সয়॥

ইমান অমূল্য আদৰৰ ধন,
ভক্তিৰ আধাৰ আছিল বুলি।
আজিহে দেখিলে অসম-বাসীয়ে
হৃদয় দুৱাৰ কৰি মুকলি॥

সকলোৰে যেন হৃদয়ৰ ধন
নিলে কোনোবাই বলেৰে কাঢ়ি।
নোহোৱাতে পূৰ আনন্দৰ জোন,
বেজাৰ-ৰাহুৱে পেলালে গ্ৰাহি ॥
কেন্দ্ৰৰূপে থাকি শিশু অসমক
শিকাই দৃষ্টান্ত সাধু-শিক্ষাৰ,
হলা অকস্মাৎ মাজ-সাগৰত,
ধ্ৰুৱতৰা দৰে মেঘৰ আঁৰ ॥
শক্তিশেল প্ৰায়, বিৰহে তোমাৰ,
ভেদিলে মৰম অসমীয়াৰ।
যতদিন শিৰে ব'ব তেজ-সোঁত,
ব'ব লগে লগে ব্যথা ইয়াৰ ॥
পৰিবৰ্ত্তকাৰী কাল-সোঁতে নিতে
নতুন স্মৃতিকো নিব ঢৌৱাই।
চিৰকীৰ্ত্তি সাধু দৃষ্টান্ত তোমাৰ,
শোক অসমৰ বৰ উধাই ॥

# তড়িত।

তাপ আৰু পোহৰৰ দৰে তড়িতো এক প্ৰকাৰ ভৌতিক শক্তি। দুটা বস্তু পৰস্পৰ ঘঁহনি খালে এই শক্তি বিকশিত হয়। কোনো এটা বস্তুত আন এটা বস্তু বৰ কোবে আঘাত খালে দুয়োটা বস্তুতে তড়িত জন্মে। এইদৰে ধাতুনিৰ্ম্মিত বস্তুত কম্পন হলে, কোনো বস্তু ফলা গ'লে, গন্ধক আদি বস্তু তৰল-অৱস্থাৰপৰা কঠিন-অৱস্থা পালে, পানী আদি তৰল বস্তু বাষ্পাকাৰত পৰিণত হ'লে তড়িত উৎপন্ন হয়।

চিমাৰ নামে এজনা বৈজ্ঞানিক পণ্ডিতৰ মতে তড়িতদ্ৰৱ নামে এবিধ অতি তৰল ভাৰহীন পদাৰ্থ সকলো বস্তুতে আছে। এই পদাৰ্থ দুই বিপৰীত প্ৰকৃতিৰ তড়িতৰ মিলনৰপৰা উৎপন্ন হোৱা! যেতিয়া ইহঁত মিলিত অৱস্থাত থাকে, তেতিয়া আমি বস্তুৰ ভিতৰত তড়িতৰ কোনো ক্ৰিয়া নেদেখোঁ; কিন্তু ঘৰ্ষণ বা অন্য কোনো উপায়েৰে বস্তুত থকা তড়িত-দ্ৰৱক বিশ্লেষণ কৰিলে দুই বিপৰীত প্ৰকৃতিৰ তড়িতৰ পৰিচয় পোৱা যায়।

কাঁচ আৰু লাত বিভিন্ন ধৰ্ম্মৰ তড়িত উৎপন্ন হয়। কাঁচত যি তড়িত জন্মে তাক সংযোগ-তড়িত আৰু লাত উৎপন্ন হোৱা তড়িতক বিয়োগ-তড়িত বোলে। এই দুই প্ৰকাৰ তড়িতেই স্বতন্ত্ৰভাৱে লঘু বস্তুক আকৰ্ষণ কৰিব পাৰে। কোনো দুটা বস্তুত

একে প্ৰকৃতিৰ তড়িত জন্মিলে ইহঁত পৰস্পৰ আকৃষ্ট নহৈ আঁতৰিহে যায়; কিন্তু বস্তু দুটাত বিপৰীত ধৰ্ম্মৰ তড়িত বিকাশ হ'লে পৰস্পৰ আকৃষ্ট হয়।

তড়িত মানুহৰ শৰীৰৰ ভিতৰত সোমালে শৰীৰত এক প্ৰকাৰ কম্পন হয়; তড়িত বৰ তেজী হ'লে মানুহৰ মৃত্যু ঘটে। তড়িতে পোহৰ উৎপন্ন কৰে। দুই বিপৰীত ধৰ্ম্মৰ তড়িতৰ মিলনত তড়িত-স্ফুলিঙ্গ উৎপন্ন হয়; বিজুলী-চাকি, মেঘৰ বিজুলী তড়িতৰ পোহৰ উৎপাদন ক্ৰিয়াৰ ফল মাথোন।

পানী বাষ্পত পৰিণত হোৱাৰ সময়ত বাষ্পৰ ভিতৰত তড়িত উৎপন্ন হৈ সঞ্চিত হয়; বাষ্প ওপৰলৈ উঠি মেঘত পৰিণত হ'লেও তাৰ ভিতৰত তড়িত থাকে। মেঘত-থকা জলকণাবোৰ পৰস্পৰ মিলিত হৈ কিছু ডাঙৰ হলে তাৰ ভিতৰত তড়িতৰ পৰিমাণ ক্ৰমে বৃদ্ধি হয। এনে অৱস্থাত সংযোগ-তড়িত-থকা এচটা মেঘ, বিয়োগ তড়িত থকা আন এচটা মেঘৰ ওচৰ চাপিলে দুযোবিধ তড়িতৰ প্ৰবল আকৰ্ষণ হয়। মেঘ দুচটা যিমান ওচৰ চাপে সিহঁতত থকা দুই বিপৰীত-ধৰ্ম্মৰ তড়িতৰ আকৰ্ষণ সিমানে বাঢ়ে, আৰু শেষত সিহঁতৰ মাজত থকা বায়ুৰ বাধা অতিক্ৰম কৰি এচটা মেঘৰ তড়িত-সোঁত আন চটা মেঘলৈ গৈ দুয়ো তড়িতৰ মিলন হয়। এই মিলনতেই তড়িৎ-স্ফুলিঙ্গ ফুটি উঠে; এয়ে মেঘৰ বিজুলী। তড়িতসোঁত বায়ুৰ বাধা অতিক্ৰম কৰি যাওঁতে ভয়ঙ্কৰ শব্দ উঠে। ইয়াকেই আমি মেঘৰ গাজনি বোলোঁ।

পৃথিবীৰ গছ, বন, লতা, ঘৰ আদি সকলো বস্তুতে তড়িত আছে; সেই কাৰণে কোনো কোনো সময়ত মেঘৰ তড়িত বিপৰীত ধৰ্ম্মৰ পৃথিবীৰ তড়িতৰ লগতে মিলিত হয়। পৃথিবী আৰু মেঘৰ তড়িতৰ আকৰ্ষণ-শক্তি প্ৰবল হ'লে, ইহঁতে মেঘ আৰু পৃথিবীৰ মাজত থকা বায়ু ভেদ কৰি পৰস্পৰ লগ লাগে। এই সময়ত তড়িতৰ গতিপথ পোহৰ হয়, আৰু ভয়ঙ্কৰ শব্দ উঠে; ইয়াকেই আমি বজ্ৰপাত বোলোঁ। বজ্ৰ জড় বস্তু নহয়, ই তড়িতৰে এটা কাৰ্য্য। সংযোগ-বিয়োগ ধৰ্ম্মৰ তড়িতৰ প্ৰবল মিলনত বায়ুত উত্তাপ জন্মে; আৰু লগতে তড়িত-সোঁতত তৎক্ষণাৎ বায়ু আঁতৰে, পাচতেই সি মিলে আৰু ঠেকা খায়। এই কাৰণেই ধ্বনি হয়।

তড়িতত তাপ উৎপন্ন হয়। তড়িত স্ফুলিঙ্গত থকা তাপত কোল-গ্যাচ, ঈথৰ আদি দাহ্য-বস্তুবোৰ জ্বলি উঠে। ইয়াৰ বিদাৰিকা শক্তিও বৰ প্ৰবল। এই কাৰণেই বজ্ৰপাতত গছ, পকাঘৰ আদি বিদীৰ্ণ হয়। মেঘৰপৰা পৃথিবীলৈ তড়িতৰ গতি হওঁতে তাৰ গতি-পথত তড়িত অপৰিচালক কোনো বস্তুৰ বাধা জন্মিলে, তড়িতে সেই বস্তু খণ্ড বিখণ্ড কৰে। যদি সি জ্বলা-বস্তু হয় তেন্তে সেই বস্তু জ্বলি উঠে। বজ্ৰপাতত ঘৰ নষ্ট নহ'বৰ নিমিত্তে আজি-কালি তড়িত-পৰিচালক লো বা তামৰ দণ্ড ঘৰৰ ওপৰত দিয়ে। এই দণ্ডৰ আগটো বৰ জোঙা। আগটো বিন্দুৰদৰে সূক্ষ্ম হলে সি বৰ বেচিকৈ তড়িত ধৰিব পাৰে আৰু এৰি দিব পাৰে। এই ধাতুদণ্ডবোৰৰ আগটো

ঘৰতকৈ ওখকৈ লগায়, আৰু তাৰ আন মুৰটো ঘৰৰ ভেটিত সংলগ্ন কৰি মাটিত পোতে। ইয়াৰ কাৰণ এই, যে ঘৰত বা ঘৰৰ ওচৰৰ মাটিত তড়িত জন্মিলে এই দণ্ডেৰে সি ওপৰলৈ উঠি বায়ুত থকা তড়িতৰ লগত মিলি যায়; মেঘৰপৰা যেতিয়া ঘৰলৈ তড়িত আহে, সেই সময়তো এই তড়িত-দণ্ডে তাক আকৰ্ষণ কৰে আৰু তাৰ নিজৰ গাবে তড়িত-সোঁত পৰিচালিত কৰি মাটিলৈ নিয়ে। ইয়াৰ ফলতেই বজ্রপাতৰপৰা ঘৰ ৰক্ষা পৰে। তড়িত-পৰিচালক দণ্ড নথকা ঘৰৰ যি অংশ আটাইতকৈ ওখ, সেই অংশতহে বজ্রপাত হোৱাৰ সম্ভৱ। পকা ঘৰতকৈ খেৰী ঘৰত বজ্রপাতৰ আশঙ্কা কম।

গছ তড়িত পৰিচালক। তামোল, নাৰিকল, তাল, নাহৰ আদিৰদৰে যিবোৰ গছৰ আগটো জোঙা সেইবোৰৰ তড়িত পৰিচালক শক্তি বেচি। তড়িত পৰিচালক দণ্ড নথকা ঘৰৰ ওচৰত এই নিচিনা আগ জোঙা গছ থাকিলে ঘৰত বজ্রপাতৰ আশঙ্কা কম থাকে।

তড়িতৰ সংহাৰিণী শক্তি থাকিলেও বুদ্ধিজীৱীসকলে ইয়াক নানা কামত লগাই জীৱৰ অশেষ কল্যাণ সাধন কৰিছে। তেওঁলোকে তড়িতক বাৰ্ত্তাবহ, বন্তি, বাঢ়নী, বিচনী আদি কৰি জগতবাসীক আচৰিত কৰিব ধৰিছে।

---

# বৃষ্টি-বৰ্ণন

ইন্দ্ৰৰ আদেশে আহি মহা মেঘগণ ।
পৰম প্ৰাৰম্ভে কৰে গগনে গৰ্জ্জন ॥
হড় হড় শবদে পূৰিল দিশ-পাশ ।
বজ্ৰৰ নিপাতে যেন লাগে গৰ্ভ-ত্ৰাস ॥
ভৈল অতি দশোদিশ দিনতে আন্ধাৰ ।
মিলিল দুৰ্ঘোৰ ভয় ব্ৰজৰ প্ৰজাৰ ॥
উৰুৱাযে প্ৰচণ্ড বতাসে চাল-বাৰ ।
তিৰি মিৰি বিজুলী-চমক চমৎকাৰ ॥
আকাশ জোৰাই মেঘ বায়ুৰ আস্ফাল ।
গৰ্জ্জনত মাটি লৰে কৰ্ণে হানে তাল ॥
আকৰ্ণ শবদে বৰিষয় জলধাৰে ।
শিলা-বৃষ্টি কৰে হৰে চেতন সবাৰে ॥
গোকুলক বেঢ়ি বৰিষিল নিৰন্তৰ ।
পৰে জল-ধাৰ স্তম্ভ সম স্থূলন্তৰ ।
খাল-বাম মৰি ভৈল দেখি একাকাৰ ।
মিলিল প্ৰলয় যেন প্ৰজা-ক্ষয়ঙ্কাৰ ॥
শিলা-শম্পা বৃষ্টি দড়া বায়ুৰ আন্দোল ।
নমনয় দিশ নুশুনয় মাত-বোল ॥

———o———

# মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য।

মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য কামৰূপৰ আঠঘোৰীয়া গাৱঁত জন্মলাভ কৰিছিল। বাল্যকালত নিজ দেশতে সামান্য মাত্ৰ ব্যাকৰণ শিক্ষা কৰি কোচবিহাৰৰ স্বৰ্গীয় সিদ্ধনাথ বিদ্যাবাগীশ মহাশয়ৰ ওচৰত ব্যাকৰণ আৰু কাব্য-শাস্ত্ৰ পাঠ কৰিছিল। লৰাকালৰপৰাই ধীৰেশ্বৰৰ হৃদয়ত কবিত্ব গুণ প্ৰকাশিত হৈছিল। পাঠ্য অৱস্থাতেই তেখেতে সংস্কৃতত কবিতা লেখিছিল আৰু সংস্কৃত ভাষাত আলাপ কৰিছিল। অনেক সময়ত পাঠ্য বিষয়ত মন নিদি কেৱল কবিতাৰ ফালে আশক্তি বঢ়োৱাৰ কাৰণে অধ্যাপকসকলে তেখেতক বৰ ভাল নাপাইছিল। বিদ্যাবাগীশ মহাশয়ে ধীৰেশ্বৰৰ এই অলৌকিক প্ৰতিভাৰ তত্ত্ব বুজি পাই তেখেতক বিশেষৰকমে সেই কাৰ্য্যত উৎসাহিত কৰিছিল। কিন্তু সংসাৰ-ঝঞ্ঝাবাতৰ প্ৰৱল বেগ সহিব নোৱাৰি অকালতে ধীৰেশ্বৰ শিক্ষা-বৃক্ষৰ ভাগৰপৰা সৰি পৰিবলগীয়া হল। কৰ্ম্মময় সংসাৰত সোমাইয়েই তেখেত নগাৱঁৰ হাইস্কুলৰ সংস্কৃত শিক্ষকৰ কামত নিযুক্ত হয়। তাত অলপ দিন থকাৰ পাচতেই আউনিআটি সত্ৰৰ স্বৰ্গীয় অধিকাৰ দত্তদেৱ গোস্বামীৰ লগত তেখেতৰ দেখা হয়। গোস্বামী মহোদয় নিজে এজন বিচক্ষণ পণ্ডিত আৰু কবি আছিল। তেখেতে ধীৰেশ্বৰৰ প্ৰতিভাৰ পৰিচয় পাই আৰু ধীৰেশ্বৰৰ সুকোমল সংস্কৃত-আলাপ শুনি

বিমোহিত হয় আৰু তেতিয়াই তেখেতক সত্ৰৰ অধ্যাপক কৰি লগতে লৈ যায়। আচলতে ধীৰেশ্বৰ আৰু দত্ত দেৱৰ পৱিত্ৰ গঙ্গাসাগৰ সঙ্গমৰ নিচিনা অলৌকিক মিলন হৈ উঠিল। সেই সময়ত আসামদেশত ধীৰেশ্বৰ গঙ্গাৰ প্ৰৱল স্ৰোতক দত্ত দেৱ-সাগৰে গ্ৰহণ নকৰিলে নিশ্চয় সি বিপথগামী হৈ কিবা বিৰস অৱস্থাত পৰিবলগীয়া হলহেতেন। আচলতে দত্তদেৱৰ উৎসাহ আৰু অৰ্থৰ সহায়ত ধীৰেশ্বৰৰ প্ৰতিভা দিনে দিনে বাঢ়িবলৈ ধৰিলে। তাতেই তেখেতে "কৰ্ণ খাদক" 'ৰাধাকলঙ্কভঞ্জনম্' আৰু যাৰ লগত তেখেতৰ শেষ জীৱনতো সম্বন্ধ গুচা নাছিল, সেই "বৃত্তমঞ্জুৰী" ৰচনা কৰে। আউনি অটীয়া ধৰ্ম্ম প্ৰকাশ যন্ত্ৰত এবাৰ তেখেতৰ "বৃত্তমঞ্জুৰী" খন ছাপা হৈয়ো ওলাইছিল। ধীৰেশ্বৰ আউনি আটিত থকা কালতে এবাৰ দক্ষিণপাটৰ স্বৰ্গীয় অধিকাৰ শুভদেৱ গোস্বামীৰ লগত তেখেতৰ দেখা হয়। এইজনা গোস্বামীও পণ্ডিত আৰু বিদ্যোৎসাহী আছিল। ধীৰেশ্বৰৰ গুণ বুজি পাই তেখেতেও কিছু দিনলৈ নিজ সত্ৰৰ অধ্যাপক কৰি ধীৰেশ্বৰক লৈ যায়। তাত কিছুমান দিন থাকিয়েই ধীৰেশ্বৰে আহি গুৱাহাটী মিউনিচি-পালটি সংস্কৃত টোলত শিক্ষক নিযুক্ত হয়।

গুৱাহাটীত থকা কালতেই তেখেতে পাণিনী ব্যাকৰণ চৰ্চ্চা কৰে। প্ৰথমতে এজন তীৰ্থযাত্ৰী মহাৰাষ্ট্ৰীয় পণ্ডিতৰ লগত আলাপ কৰাৰ পাচতেই তেখেতৰ পাণিনি ব্যাকৰণলৈ ধাউতি বাঢ়ে। সেই পণ্ডিতজনৰ ওচৰতেই প্ৰথমতে পাণিনি ব্যাকৰণৰ কিছু স্থূলজ্ঞান লাভ কৰি তেখেতে নিজ অধ্যৱসায় আৰু



মহামহোপাধ্যায় ধীরেশ্বরাচার্য্য।

প্ৰতিভাৰ বলত নিজে নিজেই সেই শাস্ত্ৰত অগাধ পাণ্ডিত্য লাভ কৰিছিল আৰু নবদ্বীপ, কলিকতা, কাশী, হৰিদ্বাৰ প্ৰভৃতি পণ্ডিত-পূৰ্ণ স্থানবিলাকত নিজৰ কবিত্ব, আৰু পাণ্ডিত্য দেখুৱাই সকলোকে মোহিত কৰিছিল। তেখেতৰ পাণ্ডিত্য আৰু কবিতা দেখি নবদ্বীপৰ পণ্ডিতসকলে "দ্বিতীয় কালিদাস" উপাধি দিবলৈ প্ৰস্তাৱ কৰিছিল ; কিন্তু তেখেতে 'মই সেই উপাধিৰ যোগ্য নহওঁ "বুলি কৈ তেওঁলোকৰ ওচৰত নিজৰ মহত্বৰ পৰিচয় দিছিল। যি দিনত উপেক্ষা কৰা দূৰৈৰ কথা, বন্ধু-বান্ধৱত খাতি মিলিও মানুহে আন উপাধিৰ কথাই নকওঁ ব্ৰহ্মৰ্ষি, মহৰ্ষি, আদি উপাধিৰ দ্বাৰাও নিজক অলঙ্কৃত কৰি আনন্দ উপভোগ কৰে, সেই দিনত নবদ্বীপৰ নিচিনা ঠাইৰপৰা ধীৰেশ্বৰৰ "দ্বিতীয় কালিদাস" উপাধিদান প্ৰত্যাখ্যান, আচলতেই এটা অদ্ভুত স্বাৰ্থত্যাগৰ উদাহৰণ নহয় নে? হৰিদ্বাৰৰ পণ্ডিতমণ্ডলীয়েও তেখেতক পাণিনিৰ দ্বিতীয় অৱতাৰ বুলি কৈছিল। কাশীধামতো তেখেতে বেদ-জ্ঞানৰ পৰিচয় দি জন্মভূমিৰ মুখ পোহৰ কৰিছিল।

নানা দেশীয় পণ্ডিত মণ্ডলীৰপৰা ধীৰেশ্বৰৰ ক্ৰমে সুখ্যাতি শুনি আমাৰ সদাশয় গৱৰ্ণমেণ্টে তেখেতক "মহামহোপাধ্যায়" উপাধিৰদ্বাৰা বিভূষিত কৰিছিল। বিজনী ৰাজধানীৰ স্বৰ্গীয় দেৱান বৰদাকান্ত হাৱলদাৰ মহাশয়ৰ লগত ধীৰেশ্বৰৰ দেখা হোৱাত, তেখেতে তেওঁৰ গুণ বুজি পাই ৰাজধানীৰপৰা বছৰি ১০০৲ টকা বৃত্তিদানৰ বন্দোৱস্ত কৰিছিল। বঙ্গদেশত ভূদেৱবৃত্তি নামে বছৰি ৫০৲ টকা কৈ ভাৰতীয় বিখ্যাত পণ্ডিত মণ্ডলীৰ নিমিত্তে যি

একোটা বৃত্তি আছে, ধীৰেশ্বৰেও তাৰে এটা ভাগ পাইছিল। ইয়াৰ বাহিৰেও গৌৰীপুৰ, বগৰিবাৰী, আউনিআটি আদি ঠাইৰপৰাও তেখেতে বছৰি একোটা নিৰ্দ্দিষ্ট বিদায় পাইছিল। আসামৰ সংস্কৃত পৰীক্ষা বোৰ্ডৰ তেখেত এজন মেম্বৰ আৰু পাণিনি ব্যাকৰণৰ পৰীক্ষক আছিল।

ধীৰেশ্বৰৰ জীৱনৰ একমাত্ৰ লক্ষ্য আছিল আসামত পাণিনি ব্যাকৰণ প্ৰচলিত কৰা। জীৱিত কালত দেশীয় পণ্ডিতমণ্ডলী আৰু ছাত্ৰ সকলকো তেখেতে সেই বিষয় বৰকৈ অনুৰোধ কৰিছিল। তেওঁ নিজেও ছাত্ৰক পাণিনি ভিন্ন আন ব্যাকৰণ শিক্ষা নিদিছিল। অন্ত কালতো তেখেতে জীৱিত কালত যিমান টকা সংগ্ৰহ কৰিছিল, সেইখিনি আৰু তাৰ লগতে নিজৰ আৰ্জ্জিত আৰু পৈত্ৰিক স্থাবৰ-অস্থাবৰ সকলো সম্পত্তিকেই নিজৰ পুত্ৰক পৰ্য্যন্ত বঞ্চিত কৰি পাণিনি ব্যাকৰণ শিক্ষা কাৰ্য্যৰ নিমিত্তেই দান কৰি থৈ গৈছে। ধীৰেশ্বৰৰ জীৱনৰ প্ৰথম আদৰৰ বস্তু পাণিনি ব্যাকৰণ আৰু দ্বিতীয় তেওঁৰ ৰচিত বৃত্তমঞ্জুৰী। বৃত্তমঞ্জুৰী এখন ছন্দশাস্ত্ৰ। মহাকবি কালিদাসে যিদৰে সূত্ৰটোকে উদাহৰণ কৰি "শ্ৰুতবোধ" নামে এখন ক্ষুদ্ৰ ছন্দশাস্ত্ৰ লেখিছিল, সেই নিয়মে ধীৰেশ্বৰে লৌকিক-বৈদিক যত প্ৰকাৰৰ ছন্দ আছে, সকলো বিলাককেই গোটাই লৈ "বৃত্তমঞ্জুৰী" নাম দি এখন বৃহৎ পুস্তক লেখিছে। বৰ দুখৰ বিষয়, যে তেখেতৰ জীৱিত কালত সেই পুস্তকখন সম্পূৰ্ণ ভাৱে প্ৰকাশিত হৈ নোলাল।

---

# নৱবৰ্ষ।

( ১ )

নৱ বৰষৰ নবীন সঙ্গীত,
উলাহ অথিৰ প্ৰাণ,
ভৱিষ্য আশাৰ মোহিনী প্ৰতিমা
শুনায় মধুৰ গান।

( ২ )

অসীম অনন্ত কালৰ সাগৰ
জনম নজনা ঠাই,
মৰণ ক'ত নো সিও অগোচৰ,
---আগ-গুৰি একো নাই।

( ৩ )

অনন্ত সাগৰ গৰজিছে সদা,
ঢেউৰ ওপৰে ঢেউ,
তাৰে এটি ঢেউ মাৰ গ'ল আজি
কামত একোকে নউ!

( ৪ )

চোৱাঁ চকু মেলি নবীন পুৱাত,
নীলিম আকাশ মাজে,
নবীন বছৰ অনন্ত শয্যাত
জনমে সোণালী সাজে।

( ৫ )

আশাৰ প্ৰতিমা আদৰি-সাদৰি,
হিয়াত কৰি থাপন,
নৱ-বৰষক নবীন উছাহে
আনোঁ কৰি আবাহন।

( ৬ )

পুৱঁতী নিশাৰ কুলিয়ে পুৱাতে
মঙ্গল-উৰুলি গাই,
নৱ-বৰষৰ দিলেহি জাননী
মলযাৰ জুৰ বাই।

( ৭ )

হেঙ্গুলী বেলিৰ নতুন কিৰণে
গগন উজ্জ্বল কৰে,
বনদেবী সবে ফল-ফুল আনি
তোমাৰ যোগান ধৰে।

( ৮ )

ঘৰ-বাৰী মচি গৰু-গা ধুবাই
নতুন কাপোৰ লই,
নতুন ভোজেৰে ৰঙালী-বিহুত
( মানুহে ) আদৰি আনিছে গই।

( ৯ )

স্বৰগ, মৰত, প্ৰকৃতি, মানুহ,
সকলো আনন্দময়,
মেঘে মেঘে মিলি সাৱটা-সাৱটি,
জগৎ কবিতাময়।

(১০)

চাওঁতে চাওঁতে পল পল কৰি,
দ্বাদশে* মেলানি ললে ;
সৰিৎ, সাগৰ, আকাশ, পৃথিবী,
বিদায়-সঙ্গীত গালে।

(১১)

চাওঁতে চাওঁতে এখোজ বঢ়ালোঁ
মৰণ-দেশৰ পিনে,
জীৱন-বুৰঞ্জী মেলি এবে চোৱাঁ
হাৰিল জিকিল কোনে।

(১২)

ভাবি চোৱাঁ হেৰা দিবা নে যাবলৈ
বিফলে বছৰ হায় !
ধূলি-ধেমালিত থাকিবা নে মজি
মানবী জনম পাই ?

* দ্বাদশে—১৮১২ শকে।

(১৩)

অসীম কৰ্ত্তব্য কৰমী জীৱনে
পালিব পৱিত্ৰ ব্ৰত,
জগৎপিতাৰ এনুৱা আদেশ,
সকলো শাস্ত্ৰৰ মত।

(১৪)

নিমিষে নিমিষে যিবোৰ কৰম
কৰিছোঁ ধৰাতে ভাই,
নিমিষৰ বাতৰি নিমিষে পাইছে
জগৎপিতাৰ ঠাই।

(১৫)

যি কামকে কৰোঁ, যি ভাবকে ভাবোঁ,
যি কথাকে কওঁ ভাই,
তাৰে গুটি পৰি শস্য গজিব,
আনিব লাগিব দাই।

(১৬)

আহাঁ, আহাঁ, ভাই, এৰি ধূলি-খেলা,
জীৱনৰ ধাৰ সুজোঁ,
সময় তাকৰ, বাট ভালেখিনি,
সময়ৰ মোল বুজোঁ।

(১৭)

আমাৰ কাৰণে মহাত্মাসকলে,
কঠোৰ তপস্যা কৰি,
জ্ঞান-সিন্ধু মথি যিবোৰ অমৃত
ৰাখিছে ভঁড়াল ভৰি,

(১৮)

সেই জ্ঞানামৃত ভোগ কৰি আঁহা
কৰ্ম্মসাধনত লাগোঁ।
কৰ্ত্তব্য কৰোঁতে ভকতি ফুলিব,
প্ৰভুৰ আশীষ মাগোঁ।

(১৯)

নতুন তেজেৰে নতুন বলেৰে,
নতুন টঙালি লই,
প্ৰতি মূহূৰ্ত্ততে আগ বাঢোঁ বলাঁ
অতীত সামৰি থই।

( ২০ )

অতীতৰ কথা অতীতৰ ব্যথা
ভবাৰ সকাম নাই,
সোণালী সুযোগ জানি বৰ্ত্তমান
কামত ধৰাঁহি ভাই।

( ২১ )

ওপৰে ঈশ্বৰ দয়াময় পিতা,
তলত মানুহ ভাই,
বুকে সাহ বান্ধি বলাচোঁ সকলো
—সাহ বিনা সিদ্ধি নাই।

( ২২ )

কুলু কুলু কুলু সততে তটিনী
সাগৰ উদ্দেশে বয়,
আমি কি থাকিম উদ্দেশ পাহৰি,
মায়াত বিভোল হই।

( ২৩ )

নীল আকাশত হাতী-পটি মাজে
তৰাবোৰে পাতে থূল,
সেই বুলি দেখোঁ তৰাই নকৰে
আপোন কক্ষৰ ভুল।

( ২৪ )

নতুন বছৰে দিছে সোঁৱৰাই
আমাক আপোন কাজে,
নতুন উছাহে হওঁ বলা সবে
বিজয়ী জগৎ মাজে।

( ২৫ )

সৌভাগ্য-বেলিৰ চোৱাঁ জিলিকনি,
পোহৰে পূবত সোৱা,
বিজয়-পতাকা উৰুৱাই বলাঁ,
উলাহ-সঙ্গীত গোৱাঁ ।



# আহি।

আহি লোৱা মানুহৰ স্বাভাৱিক ধৰ্ম্ম; ল'ৰাই আহি লয় মাক-বাপেকৰ, ছাত্ৰে আহি লয় শিক্ষকৰ, তলতীয়া কৰ্ম্মচাৰী চলে উপৰিস্থ কৰ্ম্মচাৰীৰ চাল-চলনত, আৰু শিষ্য চলে গুৰুৰ আদৰ্শত। বহুত সময়ত মানুহে আদৰ্শ লওঁ বুলি নলয়—গম ধৰিব নোৱাৰাকৈ মানুহৰ স্বভাৱ সেই আদৰ্শত গঢ়িত হৈ উঠে। হাই-উৰুমিপূৰ্ণ গৃহস্থঘৰৰ সন্তানে হাহাকাৰ কৰি থকাটো দোষাবহ কাম বুলি ধাৰণা কৰিবলৈ অৱসৰ নাপায়, ব্যভিচাৰপূৰ্ণ সমাজৰ মানুহে কু-আচৰণবোৰ দূষণীয় বুলি গম নাপায়, সত্যপ্ৰিয় ঘৰৰ সন্তানে সংসাৰখন সৰলতাৰে ভৰা বুলিহে ভাবে। এতেকে যাৰ যেনে সঙ্গ, তাৰ স্বভাৱ প্ৰায় সেই ধৰণে গঠিত হয়; যি যেনে সমাজত থাকে সি গম নোপোৱাকৈ তাকেই অনুকৰণ কৰে।

শিক্ষাই আদৰ্শ বাছি দিয়ে। মানুহে শিক্ষাৰ গুণত যেতিয়া ভাল-বেয়া বিচাৰ কৰিব পৰা হয়, উপকাৰ-অপকাৰ বুজিব পৰা হয় তেতিয়া তেওঁ উচ্চ-আদৰ্শ আগত লৈ নিজৰ জীৱন গঢ়ি তোলে। চোৰৰ লৰা সন্ত হোৱা, ব্যভিচাৰী সমাজত সাধুৰ উদ্ভৱ হোৱাৰ কাৰণ এইয়ে। শিক্ষাৰ অভাৱত আকৌ কিছুমানে যি দেখে তাকেই অনুকৰণ কৰি নিজক পশুতকৈও অধম কৰে; সাধুৰ লৰা চোৰ, পণ্ডিতৰ লৰা মূৰ্খ, সত্যপ্ৰিয় ঘৰৰ সন্তান মিছা কথীয়া হোৱাৰ মূল এইটোৱেই।

সঙ্গই আদৰ্শ মাতি আনে। সোণৰ লগত কাঁচ থাকিলে যিদৰে কাঁচেও উজ্জ্বল বৰণ ধৰে, সেইদৰে সন্তৰ লগত বাস কৰা অসন্তও সাধুৰ প্ৰভাৱত প্ৰভাৱান্বিত হৈ উঠে। গ্ৰন্থ পাঠেও সঙ্গৰ কাম কৰে। কিন্তু সৎগ্ৰন্থ পাঠ কৰি সঙ্গৰ দোষত অসদনুষ্ঠানত ৰত থাকিলে গ্ৰন্থ-পাঠৰ ফল নধৰে— নিজৰ মন যি সাঁচত ঢালিব খোজা যায় তদনুসাৰে কৰ্ম্মত নিযুক্ত থাকিলেহে অভীষ্ট সিদ্ধি হয়। গ্ৰন্থ-পাঠে আদৰ্শ আনি আমাৰ আগত ধৰিব পাৰে, সেই আদৰ্শ গ্ৰহণ কৰা-নকৰা আমাৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰে। সাধুসঙ্গ লৈ বা সৎগ্ৰন্থ পাঠ কৰি আদৰ্শ এটা কল্পনা কৰি সেই সাঁচত নিজক গঠন কৰিব খুজিলে, বাহিৰত তাক কাৰ্য্যত পৰিণত কৰিবলৈ অভ্যাস কৰিলেহে সঙ্গ কাৰ্য্যকৰী হয় আৰু গ্ৰন্থপাঠৰ ফল ধৰে।

জীৱনৰ আহি আটাইতকৈ বেচি কাৰ্য্যকৰী। নিজক উন্নত কৰিব খুজিলে এটা আহি-জীৱনৰ আহি ললে সি পথ প্ৰদৰ্শকৰ কাম কৰে। সকলো দেশৰ শিক্ষা, সমাজ, সংস্কাৰ আৰু অৱস্থা একে নহয়; বিভিন্ন দেশৰ জলবায়ু বিভিন্ন হোৱাৰ্দৰে প্ৰত্যেক দেশৰ জাতীয় চৰিত্ৰও স্বতন্ত্ৰ। এই কাৰণেই স্বদেশী আহি-জীৱন যিমান সহজে অনুকৰণ কৰিব পাৰি, বিদেশী জীৱনৰ আদৰ্শ লোৱা সিমান সহজ নহয়। আমাৰ দেশৰ মানুহ স্বভাৱতে ধৰ্ম্মভীৰু; আমাৰ দেশীয় বৰলোকসকলো ধৰ্ম্মানুৰাগী, গুৰুভক্ত, সৰল, সত্যপৰায়ণ আৰু বিশ্বাসী। দেশৰ মহাজনসকল যেনে

সমাজ, সংস্কাৰ আৰু অৱস্থাত জন্মিছিল, আমিও প্ৰায় তেনে সমাজতে তেনে অৱস্থাত জন্মিছোঁ, আৰু সেই ৰকম সংস্কাৰকে লৈ ডাঙৰ হৈছোঁ। সিসকলে বাল্যকালত যেনে ভাবে শিক্ষা লাভ কৰিছিল, আমিও প্ৰায় তেনে ভাবেই শিক্ষা লাভৰ সুবিধা পাইছোঁ; গতিকে দেশীয় মানুহে দেশীয় জীৱন অনুসৰণ কৰা সহজ।

উদ্যম, একতা, অনুসন্ধিৎসা আৰু জাতীয়-স্বাৰ্থৰ বাবে স্বকীয় স্বাৰ্থত্যাগ আদি গুণ নাথাকিলে জাতীয় উন্নতি সাধন নহয়। এইবোৰ গুণ পাশ্চিমীয়া সুজনৰ চৰিত্ৰত ফুটি উঠা দেখা যায়। আমাৰ দেশৰ মানুহে এইবোৰ গুণ বিভিন্ন দেশৰ লোকৰ গাত দেখিলেও তাক গ্ৰহণ কৰি আদৰ্শ জীৱন পূৰ্ণ কৰি লব পাৰে। মানুহ পূৰ্ণ নহয়—পূৰ্ণ কেৱল ঈশ্বৰহে। আমাৰ আহি জীৱনো পূৰ্ণ নহয়; নিজক উন্নত কৰিব খুজিলে আমাৰ আদৰ্শ-জীৱনত যিবোৰ গুণৰ সম্পূৰ্ণ বিকাশ দেখা নাযায়, সেইবোৰ গুণৰ আহি স্বদেশী হওক বা বিদেশী হওক অন্য জীৱনৰ পৰাও লোৱা উচিত।

বৰ পৰিতাপৰ কথা, যে ভাৰতত আজি গুণৰ পূজাতকৈ বাহ্যিক চাকচিক্যৰ পূজা চৰিব ধৰিছে; ভাৰতত এতিয়া মৌলিকতা গুচি তাৰ সলনি অনুকৰণপ্ৰিয়তাৰ যুগ প্ৰবৰ্ত্তিত হৈছে। পোচাক-পৰিচ্ছদ, ভাব-ভাষা, ৰুচি সকলো দিন দিন বিকৃত হৈছে—ভাৰতবাসীয়ে স্বৰূপ পাহৰিব ধৰিছে।

গুণৰ অনুকৰণতকৈ দোষৰ অনুকৰণ কৰা সহজ। বিজাতিৰ সংসৰ্গত আমি তেওঁলোকৰপৰা আমাৰ দেশৰ উপযোগী শিক্ষা

গ্ৰহণ কৰিব পাৰিলে অশেষ উপকৃত হলোঁহেতেন; কিন্তু আমি সিবিলাকৰ বাহিৰা দৰ্শনতে ভোল গৈ তাকেই আচল বুলি, ভিতৰৰ সাৰ বস্তুলৈ মন নকৰা হৈছোঁ। এই কাৰণে বৰ্ত্তমানে উন্নত জাতিবিলাকে ভাৰতক ইতিকিং কৰা হৈছে। সৰু লৰাৰ কিতাপত বান্দৰে টুপী পিন্ধা এটা গল্প আছে; টুপী নিয়া মানুহজনে টুপী পিন্ধা দেখি বান্দৰেও টুপী পিন্ধিলে, মানুহজনে দলিয়াই পেলোৱা দেখি বান্দৰেও টুপী পেলালে। আমাৰ ভাৰতীয় কথাও তেনে হৈছে—নিজৰ দেশৰ জলবায়ুৰ উপযোগীতা-অনুপযোগীতালৈ দৃষ্টি নাই, কেৱল অন্ধভাবে অনুকৰণ কৰিলেই সভ্য-ভব্য হোৱা বুলি বহুতে নিজক ধন্য বোধ কৰে। অন্ধ অনুকৰণৰ স্থিৰতা নাই আৰু সি শুভফলো নিদিয়ে।

চৰিত্ৰ উন্নত নহলে মানুহৰ প্ৰকৃত মঙ্গল নহয়। ব্যক্তিগত মঙ্গলৰ সমষ্টিয়েই সমাজৰ আৰু জাতিৰ মঙ্গল। নিজ দেশৰ হিত সাধিব খুজিলে পোনতে আপোন চৰিত্ৰ শুদ্ধ কৰিবলৈ যত্ন কৰিব লাগে। এটি শুদ্ধচৰিত্ৰৰ আহিয়েই জাতিৰ বহুতকো বিশুদ্ধতাৰ পথলৈ টানে।

আদৰ্শ অনুসৰি জাতি তৈয়াৰ হয়; যি জাতিৰ আদৰ্শ যিমান উচ্চ, সেই জাতি সিমান উন্নত। এই কাৰণে পৃথিবীৰ বৰলোকৰ চৰিত্ৰ অধ্যয়ন কৰা উচিত। জীৱনচৰিত পাঠ কৰিলে মহাজনসকলৰ দৰে কাৰ্য্যক্ষম আৰু পৱিত্ৰ হবলৈ প্ৰবৃত্তি জন্মে; তাৰ পাচৰপৰা যদি দৈনিক জীৱনত সৰু সৰু সৎকাম কৰিবলৈ আৰম্ভ কৰা হয়, তেন্তে তাৰ সংখ্যা ক্ৰমে বাঢ়ি যাব, মন

পৱিত্ৰতাৰ ফালে ঢাল লব আৰু হিয়াত আনন্দৰ উদয় হব। আদৰ্শজীৱনৰ আহি লৈ দেশৰ কিছুমানে নিজৰ জীৱন গঢ়িবলৈ চেষ্টা কৰিলে ক্ৰমে চেষ্টা কৰোঁতাৰ সংখ্যা বাঢ়ি যায় আৰু জন্মভূমিৰ গৌৰৱ প্ৰতিষ্ঠিত হয়।

সকলো দেশৰ সকলো সময়ৰ সকলো মহাজনৰ জীৱনৰ ঘটনাবোৰ একেই—একে ঘটনাই বিভিন্ন সময়ৰ বিভিন্ন লোকৰ গাত ঘটিছে মাত্ৰ। সত্য, দয়া, প্ৰীতি, শিষ্টাচাৰ আদি গুণ সকলো দেশত সকলো কালতে আদৃত। সেই কাৰণে চৰিত্ৰ-গঠন কৰিবলৈ উচ্চ আদৰ্শ বিদেশী হলেও কাৰ্য্যকৰী। যি সত্য, উৎকৃষ্ট, সি সকলোৱে গ্ৰহণীয়। কিন্তু জাতীয় আদৰ্শ নিজস্ব, তাক অনুসৰণ কৰা সহজ; সেই কাৰণে প্ৰথমতে জাতীয় আদৰ্শ গ্ৰহণ কৰিব লাগে, পাচত অন্য দেশৰ সাধুচৰিত্ৰত বিকাশপ্ৰাপ্ত অন্যান্য গুণবোৰ তাৰ লগত যোগ দিব লাগে।

আত্মাভিমান আৰু অহঙ্কাৰ থাকিলে শ্ৰদ্ধা নাথাকে; শ্ৰদ্ধা নজন্মিলে আদৰ্শ গ্ৰহণ কৰা সম্ভৱপৰ নহয়। সেই কাৰণে আহি লবলৈ যাওঁতে আত্মাভিমান আৰু অহঙ্কাৰ বিসৰ্জ্জন দিব লাগে; পাচত শ্ৰদ্ধাৰে সৈতে আহি আগত লৈ নিজ চৰিত্ৰ গঠন আৰু সদনুষ্ঠান কৰিবলৈ আৰম্ভ কৰিলেই নিজক সেই পুৰুষৰ অনুপ্ৰেৰণাত অনুপ্ৰাণিত কৰা হয়।

---

# মহাত্মা আবুবক্কৰ চিদ্দিক।

আবুবক্কৰৰ আচল নাম আবদুল্লা; হজৰত মোহম্মদৰ প্ৰচাৰিত একেশ্বৰবাদ মত গ্ৰহণ কৰাৰ পাচত তেওঁৰ নাম আবুবক্কৰ হয়। মহামতি আবুবক্কৰ আৰবৰ শ্ৰেষ্ঠ কৈফদ কোৰেচ বংশৰ তায়ম-তন্নে মোৰা পৰিবাৰত জন্মিছিল। এওঁ বৰ অৰ্থশালী বিখ্যাত সদাগৰ আছিল; চৰিত্ৰ আৰু জ্ঞানৰ বলেৰে এওঁ দেশবাসীৰ শ্ৰদ্ধা-ভক্তি আকৰ্ষণ কৰিছিল।

আবুবক্কৰ হজৰত মোহম্মদৰ চিৰসঙ্গী আছিল। মোহম্মদৰ উপদেশবোৰ আবুবক্কৰেই লোকসমাজত প্ৰচাৰ কৰে। সেই সময়ৰ আৰবৰ মানুহবিলাকে পোনতে হজৰত মোহম্মদক প্ৰেৰিত পুৰুষ বুলি বিশ্বাস নকৰিছিল; আবুবক্কৰে মোহম্মদক বিশ্বাস কৰিবলৈ নানা সাৰগৰ্ভ কথাৰে বুজাই ফুৰিছিল। এওঁৰ বুজনিতেই বহুতে হজৰত মোহম্মদক বিশ্বাস কৰিছিল আৰু তেওঁৰ মত গ্ৰহণ কৰিছিল। এই সময়ত এওঁ 'চিদ্দিক' অৰ্থাৎ 'সত্যবাদী' উপাধি পায়।

আবুবক্কৰ হজৰত মোহম্মদতকৈ দুবছৰৰ ডাঙৰ আছিল; হজৰতৰ প্ৰিয়তমা ভাৰ্য্যা খদিজা বিবিৰ লোকান্তৰৰ পাচত আবুবক্কৰৰ জীয়েকক তেওঁ বিয়া কৰায়। এইদৰে আবুবক্কৰ হজৰত মোহম্মদতকৈ বয়স আৰু মানত ডাঙৰ হলেও আবুবক্কৰ চিদ্দিকে মোহম্মদক সম্মান আৰু ভক্তি কৰিছিল; কিন্তু দুয়োৰো ভিতৰত গুৰু-শিষ্যৰ সম্বন্ধ ঘটা নাছিল।

হজৰত মোহম্মদে যি সময়ত মক্কাত ইচলাম ধৰ্ম্ম বাহুল্যৰূপে প্ৰচাৰ কৰিবলৈ উদ্যত হল, তেতিয়া মক্কাবাসী আন কি তেওঁৰ জ্ঞাতি-কুটুম্বসকলেও হজৰতৰ ওপৰত অশেষ অত্যাচাৰ আৰম্ভ কৰিবলৈ ধৰে। এই সময়ত ঊনচল্লিশটি প্ৰাণীয়ে মাত্ৰ ইচলামত দীক্ষিতহৈ হজৰতক অনুসৰণ কৰিছিল। জ্ঞাতিসকলৰ উৎপীড়ণ, সমাজৰ লাঞ্ছনাত ক্ষুদ্ৰ ইচলাম ভক্তদল জুৰুলা হলেও তেওঁলোকৰ মনৰ বল কমা নাছিল। সেই সময়ত আবুবক্কৰে ঊৰ্দ্ধবাহুহৈ কৈছিল "আৰু কিয় ইচলাম ধৰ্ম্ম গুপ্ত ৰাখিম ?" তাৰ পাচতেই হজৰত মোহম্মদে ইচলাম প্ৰচাৰ কৰিবলৈ কাবামন্দিৰত উপস্থিত হয়। আবুবক্কৰে জনসাধাৰণক ইচলাম গ্ৰহণ কৰিবলৈ আহ্বান কৰিলে; উপস্থিত কোৰেচবিলাক খঙত জ্বলি উঠিল। মক্কাবাসীয়ে আবুবক্কৰৰ সদ্‌গুণত আগেয়ে মোহ গৈছিল কিন্তু তেওঁ যেতিয়া চলিত ধৰ্ম্মৰ ঠাইত ইচলাম প্ৰচাৰৰ অৰ্থে সকলোকে আহ্বান কৰিলে, তেওঁৰ সেই গুণবোৰ মানুহে পাহৰিলে আৰু উপস্থিত সমাজৰ বিৰুদ্ধবাদী এজনে গৈ আবুবক্কৰক এনেভাবে আঘাত কৰিলে, যে তেওঁ ধৰাশায়ী হৈ পৰি গল।

তাৰ পাচৰপৰা অত্যাচাৰৰ মাত্ৰা আৰু চৰিল; বহুতে মক্কা এৰি মদিনা পালেগৈ; আবুবক্কৰ, আলি আদি কেইজনমানৰ সৈতে মাত্ৰ মোহম্মদ গুপ্তভাৱে থাকিবলগা হল। কোৰেচবিলাকে মোহম্মদক হত্যা কৰিবলৈ বিচাৰি ফুৰিবলৈ ধৰিলে; তেতিয়া মোহম্মদেও আবুবক্কৰক লগতলৈ মদিনালৈ গুচি গল। কোৰেচবিলাকে তেওঁলোকক পাচে পাচে খেদিলে। মদিনালৈ

যোৱা বাটত চুৰ নামে এখন পৰ্ব্বত আছে; কোৰেচবিলাক খেদি অহা গম পাই তেওঁলোক এই পৰ্ব্বতৰ গহ্বৰত লুকাল। গহ্বৰত সাপ থকা গাঁত আছিল; আবুবক্কৰে পিন্ধা কাপোৰ ফালি সেই গাঁতবোৰ বন্ধ কৰিলে; এটা গাঁত মাৰিবলৈ কাপোৰে নোজোৰাত আবুবক্কৰে এখন ভৰি দি থাকিল।

গহ্বৰত তেওঁলোক তিনি দিন আছিল; তাৰ পাচত এদিনা ঘোৰ অন্ধকাৰ ৰাতি মদিনালৈ যায়। মদিনাবাসীয়ে তেওঁলোকক সাদৰে গ্ৰহণ কৰে। হজৰত মোহম্মদৰ প্ৰধান শিষ্যবিলাকৰ ভিতৰত আবুবক্কৰ একান্ত বিশ্বাসী আৰু মৰমৰ ভক্ত আছিল। আবুবক্কৰে হজৰতক প্ৰাণৰ সমান ভাল পাইছিল; প্ৰচাৰ কাৰ্য্যত, যুদ্ধ-বিগ্ৰহত অহৰ্ণিশে আবুবক্কৰ হজৰতৰ সঙ্গী আছিল।

হজৰত মোহম্মদ স্বৰ্গী হোৱাৰ সময়ত ভবিষ্যতে ইচলাম ধৰ্ম্মৰ কোন খলিফা হব তাৰ একো নিৰ্ণয় কৰি যোৱা নাছিল; তেওঁ কেৱল মাত্ৰ কৈছিল—সকলো ইচলাম ধৰ্ম্মাবলম্বীয়ে কোৰাণৰ আদেশ মানি চলিব। এই কাৰণে হজৰতৰ পাচত ধৰ্ম্মৰ নেতৃত্ব পদ লৈ মোহাজেৰ * আৰু আন্চাৰসকলৰ † মাজত বাক-যুদ্ধ চলে। উভয় দলেই নিজৰ স্বাৰ্থত অন্ধহৈ স্বপক্ষীয়ক নেতৃত্ব পদত বৰণ কৰিবলৈ চেষ্টা কৰিব ধৰিলে। এক মতাৱলম্বী এই

* মোহাজেৰ—যিবিলাকে ধৰ্ম্মৰ নিমিত্তে, জন্মভূমি মক্কা এৰি মদিনালৈ গৈ তাত আশ্ৰয় লৈছিল।

† আনচাৰ—যিবিলাক মদিনাবাসীয়ে ধৰ্ম্মধৰা মক্কাবাসীক আশ্ৰয় দি সাহায্য কৰিছিল।

দুই দলৰ ভিতৰত কাজিয়াৰ সূত্ৰপাত হল। এই সময়ত মহামতি আবুবক্কৰে সকলোকে বৰাই বুজাই আনচাৰসকলকেই এই দায়িত্ব পূর্ণ কামৰ মীমাংসাৰ ভাৰ অর্পণ কৰিলে। আনচাৰসকলে আবুবক্কৰৰ ব্যৱহাৰত আনন্দ পাই তেওঁকেই উক্ত উচ্চ পদৰ উপযুক্ত পুৰুষ বিবেচনা কৰি খলিফা পদত বৰণ কৰিলে।

আবুবক্কৰ চিদ্দিকৰ আমোলত বহুত নগৰ আৰু প্ৰদেশত ইচলাম ধৰ্ম্ম প্ৰচাৰিত হৈছিল; আৰু এওঁৰ উদ্যমতে কোৰাণ চৰিফ গ্ৰন্থৰ আকাৰে শৃঙ্খলাবদ্ধ হৈছিল।

আবুবক্কৰ পৰম দয়ালু পুৰুষ আছিল; এওঁ বহুত দাস-দাসীক দাসত্বৰপৰা উদ্ধাৰ কৰি দিছিল। আবুবক্কৰে প্ৰায় দুবছৰ কাল খলিফা কাম কৰাৰ পাচতেই ৰোগাক্ৰান্ত হয়, আৰু সেই ৰোগতে তেওঁ স্বৰ্গী হয়।



# ৰাম-ৰূপ ।

কমল নয়ন দীৰ্ঘ বাহু মনোৰম ।
মনোহৰ বেশ ত্ৰিভুবনে নাহি সম ॥
বদনমণ্ডল শোভে পূৰ্ণ শশধৰ ।
ৰুচিকৰ কৰ্ণ কম্বুকণ্ঠ মনোহৰ ॥
সুন্দৰ নাসিকা সহ নোহে তিলফুল ।
বন্দুলি অধিক শোভে অধৰ ৰাতুল ॥
সিংহবক্ষ স্কন্ধ কেশ নীল আকুঞ্চিত ।
বক্ষস্থলে সুন্দৰ উদৰ ত্ৰিবলিত ॥
ভুজ যুগ মৃণাল কোমল সুললিত ।
মদনৰ ধনু সম ভ্ৰুৱ সুবলিত ॥
ৰতুৰ শলখা সম আঙ্গুলি জ্বলয ।
হস্ত-পদ্মে শোভে আৰকত নখচয় ॥
উৰু ৰামকল সুবলিত জঙ্ঘা দুই ।
চৰণৰ কান্তি পদ্ম-কেশো সম নুই ॥
আঙ্গুলি উজ্জ্বল নখ চন্দ্ৰমাক গঞ্জে ।
পদতল ধ্বজ বজ্ৰ যবে আতি ৰঞ্জে ॥
হেন চমৎকাৰ ৰূপ লাবণ্য প্ৰচুৰ ।
কোটি কন্দৰ্পৰ দৰ্প দেখি হোৱে চূৰ ॥

কম্বু—শঙ্খ; কম্বুকণ্ঠ—শঙ্খৰদৰে তিনি ৰেখা থকা কণ্ঠ। বন্দুলি (সং. বন্ধুলি) এবিধ ৰঙা ফুল।

# চীল



মেৰু প্ৰদেশৰ ওচৰৰ ঠাইবোৰ চেঁচা। এই ঠাইত আমাৰ ইয়াৰ জন্তুবোৰ নিটিকে। সেইবোৰ ঠাইত সেই ঠাইৰ জলবায়ুৰ উপযোগী জীৱ-জন্তুহে বাস কৰে। উত্তৰ আৰু দক্ষিণৰ শীত প্ৰধান ঠাইবোৰত চীল নামে এবিধ উভচৰ জন্তু বাস কৰে। ইহঁতে পানীত থাকি ভাল পায়, বামত কিছুমানে ভালদৰে ফুৰা-চকা কৰিব নোৱাৰে। চীল স্তন্যপায়ী জন্তু ; ইহঁতে পোৱালী প্ৰসৱ কৰাৰ আগতে কিছুদিন বামত থাকে। চীল পানীত থকা সময়ত মাছৰ দৰে পানীত বিচৰণ কৰে ; কিন্তু বেচি সময় পানীৰ তলত থাকিব নোৱাৰে—নিশ্বাস লবলৈ ইহঁতে পোন্ধৰ-ষোল মিনিট পাচত একোবাৰ পানীত ভাহি উঠে। চীল মাংসাশী জন্তু ; ইহঁতে সমুদ্ৰৰ সৰু সৰু প্ৰাণী ধৰি খাই জীৱনধাৰণ কৰে।

চীল নানা জাতিৰ ; কিছুমান চীল সৰু, আৰু কিছুমান চীলৰ আঁকাৰ ডাঙৰ। এজাতি চীলৰ কাণ আছে, এজাতি চীল ক্ষুটুকা

ফুটুকী, এজাতি চীলৰ ওঁঠ আকৌ হাতীৰ শুঁড়ৰদৰে বাজলৈ ওলোৱা। শুঁড় থকা চীলক হস্তী-চীল বোলে। হস্তী চীল বৰ ডাঙৰ; সিহঁত দীঘলে প্ৰায় বাৰ হাত। এই জাতিৰ চীলেই আটাইতকৈ ডাঙৰ। কাণ থকা চীলবোৰৰ আঁকাৰ অনুসৰি মানুহে নানা নাম দিছে। এজাতি চীলক সিন্ধুসিংহ আৰু এজাতিক সিন্ধুভালুক বোলে। কাণ নথকা চীল সাধাৰণতঃ চাৰিহাত মান দীঘল। ফুটুকা ফুটুকী চীলবো কাণ নাথাকে।



চীলৰ সম্মুখৰ আৰু পাচৰ ভৰিযে মাছৰ পাখি আৰু ফিচাৰ কাম কৰে। মাছে যিদৰে তাৰ পাখি আৰু নেজৰ সহাযেৰে পানীত সাঁতুৰি ফুৰে, চীলেও তাৰ ভৰিৰ সহাযেৰে পানীত আৰু বামত চলা-ফুৰা কৰে। চীলৰ ভৰিৰ বেচি অংশ তাৰ গাৰ লগত যুক্ত—আঠুৰ তলচোৱা মাত্ৰ বাজত ওলাই থাকে। চীলৰ গাটো নেজৰ ফালে ক্ৰমে সৰু, আৰু গোটাই গা থলথলীয়া মঙহে ভৰা। ইয়াৰ সৰ্ব্ব শৰীৰ ঘন নোমেৰে ঢাক-খোৱা। চীলৰ মূৰ সৰু, নাক চেপেটা আৰু চকু ডাঙৰ। চীলৰ গোঁফো আছে। চীলৰ দাঁত বৰ চোকা; ইয়াৰ কুকুৰ দাঁত ডাঙৰ ডাঙৰ।

চীল দলবান্ধি থাকে ; সৰু সৰু দলত একোটা পুৰুষ চীল আৰু ১০।১২ টা স্ত্ৰী চীল থাকে। কোনো কোনো সময়ত বহুত চীল লগ লাগি একোটা ডাঙৰ দল হয় ; এনে একোটা দলত চাৰি পাঁচ হাজাৰ চীল লগলাগি থকা দেখা যায়।

চীলে একো পিয়নত এটাকৈ পোৱালী প্ৰসৱ কৰে ; কেতিয়াবা কেতিয়াবা কোনো চীলৰ দুটাও পোৱালী জন্মে। চীলে বামত পোৱালী ডাঙৰ কৰে ; এমাহ মানৰ পাচতেই পোৱালী চীলে পানীত সাঁতুৰি ফুৰিব পৰা হয়।

এজাতি চীলক সিন্ধুঘোটক বোলে। সিন্ধুঘোটক প্ৰায় আঠ হাত দীঘল, আৰু তাৰ গাৰ মেৰ প্ৰায় সাত হাত। ইহঁতৰ ওপৰ পাৰিৰ কুকুৰ দাঁত দুটা হাতীৰ দাঁতৰ দৰে এহাত ডেৰ হাত বাহৰলৈ ওলায়।

সিন্ধুঘোটকৰ আকৃতি ভয়ঙ্কৰ। ইহঁতে হঠাৎ কাকো আক্ৰমণ নকৰে ; কিন্তু কোনোৱে যদি ইহঁতক জোকায় তেন্তে সুদাই নেৰে। সিন্ধুঘোটকেও পানীত চলিব পাৰে কিন্তু সচৰাচৰ ইহঁত সাগৰৰ উপকূলত থাকে। সিন্ধুঘোটকে বৰফত দাঁত গুজি গুজি ওখ ঠাইতো উঠিব পাৰে।

পৃথিবীৰ উত্তৰ আৰু দক্ষিণ ফালৰ দ্বীপপুঞ্জবোৰৰ দাঁতিত অসংখ্য চীল বাস কৰে। চীলৰ ছাল আৰু তেল মানুহে নানা কামত লগায়। এই দুইবিধ বস্তুৰ নিমিত্তে বহুত মানুহে চীল চিকাৰ কৰে। উত্তৰ আমেৰিকাৰ উত্তৰ অংশত এস্কিমো নামে এজাতি মানুহ আছে ; এওঁলোকে চীলৰ মঙহ খায়,ছালৰ কাপোৰ



এস্কিমো ল'ৰা।

কৰে, তাৰ তেলেৰে বন্তি জ্বলায় আৰু দাঁতৰ নানাবিধ অস্ত্র সাজে। এইবোৰ কাৰণত প্রতি বছৰে অসংখ্য চীলে মানুহৰ হাতত প্রাণ শোধায়। সিন্ধুঘোটকৰ বাহিৰে অন্যান্য চীলে পোহ মানে।

—০—

# চাপমান যন্ত্ৰ




পৃথিবীৰ চাৰিওফালে আকাশৰ কিছু ওপৰলৈ বায়ু আছে। বায়ু এবিধ পদাৰ্থ, ইয়াৰো ভৰ আছে; এই কাৰণে পৃথিবী বা ইয়াত থকা সকলো বস্তুতে বায়ুৰ চাপ বা হেঁচা পৰি আছে।

পৃথিবীৰপৰা যিমান ওপৰলৈ উঠা যায়, বায়ুৰ চাপ ক্রমে কমি যায় ; কিয়নো পৃথিবীৰপৰা বায়ুমণ্ডলৰ ওপৰ সীমা যিমান দূৰ, ওপৰলৈ উঠি গলে তাৰ দূৰত্ব ক্রমে কমি যায় ; সেই গতিকে বায়ুৰ ভৰ বা হেঁচাও কমি গৈ থাকে।

বায়ুমণ্ডলৰ চাপ জোখা এবিধ যন্ত্র আছে ; ইয়াক চাপমান যন্ত্র বা বেৰোমিটাৰ বোলে। ওপৰত এই যন্ত্রৰ এটা চিত্র দিয়া হৈছে। ইয়াক নির্ম্মাণ কৰা প্রণালী অতি সহজ। তিনি ফুট মান দীঘল কাঁচৰ নল এটাৰ এমূৰে বন্ধ কৰি তাৰ মুখৰ সমানে পাৰা ধাতু ভৰাব লাগে ; পাচত হাতৰ বুঢ়া আঙ্গুলিৰে নলটোৰ মুখখন বন্ধ কৰি তাক উবুৰিয়াই আন এটা পাত্রত পাৰা লৈ তাৰ ভিতৰত নলৰ মুখখন সুমাই দিব লাগে ; তাৰ পাচত নলৰ মুখৰ পৰা বুঢ়া আঙ্গুলিটো এৰি দিব লাগে ; চাপমান যন্ত্র নির্ম্মাণৰ আচল কথা এই খিনিয়েই। পাৰা ভৰা নলটো পাৰা থকা পাত্রত উবুৰিয়াই ধৰিলে, নলৰ পাৰা কিছু তললৈ নামি আহে ; যিমান খিনি পাৰা নলৰ ওপৰলৈ উঠি থাকে, তাৰ ভৰ বা ওজনেই সেই ঠাইৰ বায়ুমণ্ডলৰ চাপ। বায়ুমণ্ডলৰ চাপ পৃথিবীৰ সকলো ঠাইতে পৰিছে ; নলটো উবুৰিয়াই ধৰা পাৰাৰ পাত্রতো বায়ুৰ চাপ পৰিছে ; বায়ুৰ এই হেঁচাৰ কাৰণেই নলৰ কিছু ওপৰলৈ পাৰা উঠি থাকে, আৰু নলৰ বাকী অংশ বায়ুশূন্য খালি নল থাকে। নলৰ মুখৰ ক্ষেত্রফল এক বর্গ ইঞ্চি হলে নলৰ ভিতৰত পাৰা নামি আহি প্রায় ৩০ ইঞ্চিত ৰয় ; এই খিনি পাৰাৰ ওজন প্রায় /৭॥ সেৰ। পৃথিবীৰ প্রত্যেক বর্গ ইঞ্চি ঠাইত এই পৰিমাণৰ বায়ুৰ

চাপ পৰিছে। আমাৰ শৰীৰৰ ওপৰতো এইদৰে বায়ুৰ চাপ পৰিছে, কিন্তু আমি জন্মাৰ পৰা ইয়াক সহি থকাত আমি তাৰ গমকে নাপাওঁ। আমি পানীত ডুব মাৰিলে আমাৰ গাৰ ওপৰতো বহুত পানী থাকে; এই খিনি পানীৰ ভৰ আমাৰ শৰীৰৰ ওপৰত পৰাতো একো গম নাপাওঁ। সেইদৰে আমি বায়ুসাগৰত ডুব গৈ আছো—বায়ুৰ হেঁচা চাৰিওফালৰপৰা আমাৰ গাত পৰিছে, আমি তাৰ একো গম ধৰিব নোৱাৰোঁ।

ওপৰত কৈ অহা হৈছে, যে বায়ুৰ চাপ সকলো ঠাইতে সমান নহয়; সাগৰৰ পানীৰ সমতলত যিমান চাপ হব, মাটিৰ সমতলত তাতকৈ কম, পাহাৰৰ ওপৰত তাতকৈও কম। এই হ্রাস-বৃদ্ধিৰ পৰিমাণ চাপমান যন্ত্রত ধৰিব পাৰি। সাগৰৰ পানীৰ সমতলত চাপমানৰ নলৰ ভিতৰত ৩০ ইঞ্চিলৈ পাৰা থাকে।

আকাশীজাহাজ চলাওঁতে চাপমান যন্ত্ৰৰ বৰ দৰকাৰ; জাহাজ চলাওঁতে নাবিকবিলাকে যিদৰে পানী জুখি জুখি জাহাজ চলায়, আকাশীজাহাজ চালাওঁতেও তাৰ আৰোহীয়ে চাপমান যন্ত্ৰৰ সহায়েৰে মাটিৰপৰা কিমান ওপৰত আছে তাক জানি লয়।

চাপমান যন্ত্ৰৰ সহায়েৰে বতৰৰ অৱস্থাও নিৰ্ণয় কৰিব পাৰি। কোনো ঠাইত ধুমুহা বতাহ হোৱাৰ আগন্তুক হলে, তাৰ চাৰিও-ফালে কিছুদূৰলৈ গোটাই বায়ুমণ্ডল অস্থিৰ হৈ পৰে; তেতিয়া চাপমান যন্ত্ৰৰ পাৰাও অস্থিৰ হয় অৰ্থাৎ মুহূৰ্ত্তে মুহূৰ্ত্তে কম-বেচি হবলৈ ধৰে; ইয়াকে দেখি সাগৰত ফুৰা নাবিকবিলাক আগতে

সাৱধান হয়। চাপমান যন্ত্রৰ যিটো চিত্র ইয়াত দিয়া হৈছে, তাৰ ওপৰ অংশত ২৮, ২৯, ৩০ আৰু ৩১ অংশৰ চিন দিয়া আছে ; আৰু প্রত্যেকটো অংশৰ বাওঁ কাষত বতৰৰ অৱস্থাও লিখা আছে।



# মহাস্বপ্ন ।

সেইদিনা টোপনিত দেখিলোঁ সপোন ;—
এখনি পৃথিবী তাৰ চাৰিও পিনেদি
বেঢ়ি আছে কত তৰা অনন্ত স্বৰ্গত,—
এটি সূৰ্য্য এটি চন্দ্ৰ ভ্ৰমিছে মাজেদি ।

দেখিলোঁ নিজকে মই, নৱৰূপ ধৰি
ল'ৰা, ডেকা, বুঢ়া হই তাৰে ওপৰত
ফুৰিছোঁ, কৰিছোঁ যুদ্ধ খন্তেকো নৰই
'যোগ্য' হ'বলই বুলি নৱ-জীৱনত ।

আৰু এটি আচৰিত দেখিলোঁ ইযাত,—
চৰি যায় মানে দেখোঁ পৰিয়েহে যায়,
তথাপি সিইঁতে ভাবে 'ডাঙৰ হইছোঁ'—
ধৰ্ম্মৰ প্ৰশ্নৰ একো ওৰ পোৱা নাই ।

কিছুমান তেনেকুৱা মানুহ-জীৱকে
আপোন আপোন বুলি কৰিছোঁ মৰম,—
কাকো হ'লে পৰ বুলি থওঁ নিলগাই,
নিজৰ সুবিধা বুলি সাধিছোঁ ধৰম ।

কাৰোবা আগত মই ধন দেখুৱাই
খুজিছোঁ সম্মান নিজে নিজকে পাহৰি,
কাকোবা অজ্ঞানী বুলি কৰোঁ চেই চেই,
কাকোবা কৰিছোঁ শাস্তি বাহুবলে ধৰি।

মোৰ থকা ঘৰ ওখ তিনিখলপীয়া,
আছোঁ শুই পালেঙৰ কোমল তুলীত,
ওপৰত কোনোবাই বিচনী মাৰিছে,
টোপনি মাতিছোঁ শুনি মনমোহা গীত।

দিনে দিনে কত ধন আহিব লাগিছে,
লেখি বুজি সুমুৱাই থওঁ আদৰেৰে,
পিন্ধা-উৰা সাজ-পাৰ চালে চকুৰোৱা,
তেনেকুৱা আৰু তাত নাই যাৰে তাৰে।

চোৱা নাই চকু মেলি আকাশৰ পিনে,
ভবা নাই কি অনন্ত ব্ৰহ্মাণ্ডখনি নো,—
তৰা, হাতী-পটি তাত আছে নো কিমান,
তুলনাত মই তাৰ কেনুৱা জীৱ নো!

গমা নাই কিয় এনে গতি সংসাৰৰ
কিয়বা মৰণ হয়, কিয়বা নো দুখ,—
যাক ভাবি ৰাজ্য এৰি ৰজাৰ ল'ৰায়ো
বিসৰ্জ্জন দিলে যত জীৱনৰ সুখ।

# অমৰতা।

'জন্মিলে মৰণ আছে সবে জগতৰ'। সেই দেখি মৰিলে নো কি হব, এই কথা আমি এদিন নে এদিন ভাবিব লগীয়া হৈছে বা কেতিয়াবা ভাবিব লাগিব। পৃথিবীৰ পশু-পক্ষী, জীৱজন্তু, গছ-লতা, সকলো এদিন নে এদিন শ্মশানৰ দ্বাৰত উপস্থিত হব লাগে। কিন্তু তাৰপৰা এই জীৱ ক'লৈ যায়, শ্মশানৰ পৰ-পাৰত কোন অজান দেশ, এই প্ৰশ্নৰ উত্তৰ যথাযথৰূপে পাবলৈ মানুহ ব্যাকুল হয়। প্ৰথমতে ভাবিব পাৰি— শ্মশানৰ পাচত যদি কিবা আছে, তেন্তে সুধিবৰ একো সকাম নাই। পাঁচবছৰীয়া লৰা এজনেও জানে, যে শ্মশানৰ পাচত পৰলোক ; বা মানুহ মৰিলে স্বৰ্গলৈ বা নৰকলৈ যায়। ই ধৰ্ম্মৰ বিশ্বাস ; মানিলে শান্তি পাবা, নামানিলে একো নাই। দাৰ্শনিক-সকল কিন্তু ইয়াত সন্তুষ্ট হোৱা নাই, তেওঁলোকৰ গভীৰ তত্ত্বেও, শ্মশানৰ পাচত কি এতিয়াও ঠিক কৰি কব নোৱাৰে।

শ্মশানৰ পাচত কি, এই কঠোৰ প্ৰশ্ন ; কোনে তোমাক ইয়াৰ উত্তৰ দিব ? দিন-ৰাতিৰ বিৰাম নাই, জীৱ শ্মশানৰ কৰাল গৰ্ভত প্ৰবেশ কৰিছে ; কিন্তু কোনে শ্মশানৰপৰা উঠি আহিছে, কোনে জানে বা কব পাৰে শ্মশানৰ পাচত কি ? ক্ৰৌঞ্চমিথুনৰ এজনৰ নিষ্ঠুৰ হত্যা দেখি যি কবিৰ করুণহৃদয়ৰ করুণ উচ্ছাস শ্লোকৰূপে প্ৰকাশ পাইছিল,

প্রতিভাৰ প্ৰতিমূৰ্ত্তি সেই মহৰ্ষি বাল্মীকিৰ দেহ সৰ্ব্ববিধ্বংসী শ্মশানৰ ভস্মত পৰিণত। যি আৰ্য্যবীৰৰ বীৰত্বকাহিনীত জগৎ মুগ্ধ, যাৰ প্ৰজাবাৎসল্য দেখি জগৎ স্তম্ভ, যাৰ মহিমান্বিত কীৰ্ত্তি আদি কবিৰ ৰচনাৰ বিষয়, সেই ৰাম, ইন্দ্ৰজিৎ জয়ী বীৰবাহু লক্ষ্মণ, ভ্ৰাতৃপ্ৰেমৰ জীৱন্ত ছবি ভৰত, শত্ৰুঘ্ন শ্মশানৰ হাতত কবলিত। যি প্ৰতিভাৰ লালিত্যপূৰ্ণ কবিতা ভাৰতবাসীৰ হৃদযে হৃদয়ে গ্ৰথিত, অষ্টাদশ পুৰাণ, মহাভাৰতাদি যাৰ লেখনীসম্ভূত, সেই মহা মুনি দ্বৈপাযনো শ্মশানৰ কৰাল কৰত নিপতিত। আৰু, যাৰ মোহনবংশীৰ বিনোদনিস্বনত গোপবালা প্ৰেমত আত্মহাৰা হৈছিল, যমুনা উজান বহিছিল, কুৰুক্ষেত্ৰৰ প্ৰধান নায়ক সেই কৃষ্ণ, তেওঁৰ সখা বীৰচূড়ামণি অৰ্জ্জুন, ধৰ্ম্মৰাজ যুধিষ্ঠিৰ, মহাবলী ভীম, সংযমী বীৰ ভীষ্মদেৱ ভীমমূৰ্ত্তি শ্মশানৰ কবলত কবলিত। মিবাৰৰ আৰ্য্যবীৰ মহাৰাণা প্ৰতাপসিংহ, হিন্দুস্বাধীনতা প্ৰৱৰ্ত্তক শিবাজী আৰু উদাৰ আকবৰ শ্মশানৰ হাতত, কাৰো নিষ্কৃতি নাই। সংসাৰলৈ এনে কোন আহিছে বা আহিব, যোনে শ্মশানৰ দ্বাৰস্থ হ'বলগা নাই বা নালাগিব ? সংসাৰৰপৰা নিৰ্গমৰ দ্বাৰ শ্মশান। সকলো এই শ্মশানত লয় পাইছে ; এই শ্মশানত সুখ-দুঃখ সকলো বিসৰ্জ্জন দিছে। কিন্তু কোনে জানে শ্মশানৰ পাচত কি ?

মানবীয় প্ৰতিভাৰ ফলস্বৰূপ জ্ঞানশাখা বিচাৰি চোৱা, ক'তো তাৰ উত্তৰ নাই ; জ্ঞানৰ মূৰ্ত্তিস্বৰূপ জ্ঞানীৰ ওচৰলৈ যোৱা, তেওঁৰ ওচৰত তাৰ উত্তৰ নাই ; গভীৰ জ্ঞানসমুদ্ৰৰ

তললৈ ডুব দিয়া, তাতো দেখিবা এই প্ৰশ্নৰ উত্তৰ নাই। যেতিয়া ভাষাই আবোল্ বোল্ কৈ হে কথা কৈছিল, আৰু যেতিয়া জ্ঞানৰ কোমল আলোক ৰেখাৰ সম্পাত, বাল সূৰ্য্যৰ ৰশ্মিৰ নিচিনা অজ্ঞান-অন্ধকাৰ অতি অস্ফুটেহে ভেদ কৰিছিল, তেতিয়াও জ্ঞানৰ আবিষ্কৰ্ত্তাসকলে এই প্ৰশ্ন লৈ জ্ঞানৰ সম্মুখত উপস্থিত হৈছিল। ইয়াৰ উত্তৰ দিব কোনে? নানা জনে নানা ভাবে ইয়াৰ উত্তৰ দিছে; কোনোৱে বা আশাৰ আদেশ অনুসাৰে, কোনোৱে বা দৰ্শনৰ যুক্তিমতে, আৰু কোনোৱে বা বিজ্ঞানৰ প্ৰত্যহ ঘটনামতে ইয়াৰ উত্তৰ দিবলৈ ওলাইছে। কিন্তু নিশ্চয় কৰি কোনে কব শ্মশানৰ পাচত কি? মানুহৰ উন্নতি দিনকে দিনে বেচি হৈ গৈছে, মানুহৰ প্ৰতিভাই দিনকে দিনে উচ্চৰপৰা উচ্চতৰ, কঠোৰৰপৰা কঠোৰতৰ তত্ত্বত প্ৰবেশ কৰিছে; কিন্তু এতিয়াও জনা নাই শ্মশানৰ পাচত কি?

প্ৰত্যক্ষবাদী বিজ্ঞানে যাক নেলেখে বা যাৰ অস্তিত্বৰ বিশেষ প্ৰমাণ নাপায়, তাক মানিব নোখোজে। শ্মশানৰ ভস্ম আৰু সমাধিৰ অৱশেষ তন্ন তন্ন কৰি পৰীক্ষা কৰি চায়ো বিজ্ঞানে একো পোৱা নাই। যি মৰিল, তাৰ যে আৰু কিবা অৱশেষ থাকিল, ইয়াৰ প্ৰমাণ নাই। কিন্তু পদাৰ্থৰ নাশ, বিজ্ঞানে নামানে। বিজ্ঞানে কয় নাশ একোৰে হ'ব নোৱাৰে। যাক আমাৰ স্থূল চকুৰে নাশ যেন দেখোঁ, সি অৱস্থান্তৰ হে মাথোন। স্থূলভূত সূক্ষ্ম পৰমাণুৰ সমষ্টি; পদাৰ্থ নষ্ট হ'ব নোৱাৰে, কেৱল যিগুণৰ বলত পৰমাণুৰ যোগত পদাৰ্থ হৈছিল, সেই গুণৰ ৰূপান্তৰ

হল ; তেতিয়া এই পৰমাণু আকৌ জ্ঞান-গুণৰ বলত আন পদাৰ্থ-ৰূপে প্ৰকাশ পায়। শ্মশানৰ পাচত্তো পঞ্চভূত মিহলি হয় ; তাৰ পৰা আকৌ নতুন পদাৰ্থ সৃষ্ট হ'ব পাৰে ; কিন্তু স্থূলভূত সূক্ষ্মভূতত পৰিণত হোৱাৰ আগেয়ে, সি যি পদাৰ্থ আছিল, তাৰ আৰু অস্তিত্ব নাথাকিল।

কিন্তু নীৰস বিজ্ঞানৰ এই নীৰস উত্তৰত মানুহ সন্তুষ্ট হ'ব নোৱাৰে। যাক এমুহূৰ্ত্ত নেদেখিলে দেহত প্ৰাণ নাথাকিছিল, হঠাতে সেই প্ৰিয়জনৰ সকলো অস্তিত্ব লোপ পাব ! সংসাৰৰ ইমান প্ৰেম, ইমান ভাল পোৱা, ইমান বাঞ্ছা, ইমান ইচ্ছা, ইমান কাৰ্য্য, ইমান হিংসা, কুটিলতাৰ ভাব, বা ইমান দয়া, ইমান সৌজন্য—সকলোৰে কি এই জীৱনতে শেষ, সকলো কি সংসাৰত এই দু'দিনৰ নিমিত্তেহে ? যিদিনাৰপৰা শ্মশানলৈ যাব, সিদিনাৰপৰা কি তেন্তে সকলোৰে শেষ হ'ল ? সঁচা হলেও, মানৱমনে তাক নামানে, তাত সান্ত্বনা নাই। এই কাৰণে অনেকে কয়, আত্মা অবিনশ্বৰ ; এই দেহৰ শেষতো আত্মাই আন দেহ লয়, নিজৰ কৰ্ম্মৰ ফলভোগ কৰে ; আন ঠাইত আকৌ আমাৰ নিচিনাই বাস কৰে। মানুহে যেনেকৈ ফটা কাপোৰ এৰি নতুন কাপোৰ লয়, সেইদৰে আত্মায়ো জীৰ্ণ দেহ এৰি আন দেহত বাহ লয় মাথোন ; এই যে পঞ্চভৌতিক দেহ, ই আৰু কি ? আৰু ইয়াৰ যে মৰণ বুলি ভাবোঁ সেয়ে বা কি ? ই একো নহয়, ই একো নহয় ! আমি মায়ামুগ্ধ, সেই বাবেহে এনে ভাবোঁ।

আৰু কিছুমানে কয়, আত্মা অবিনাশী সঁচা; কিন্তু অকল এয়ে নহয়। এই জীৱনত যি কাম কৰিলোঁ, তাৰ ফল স্বজ্ঞানে ভুগিব নোৱাৰিলে সুখ ক'ত? সংসাৰৰ বাঞ্ছা-অভিলাষ, ইয়াৰো মৰণ নাই। যদি তোমাৰ ইচ্ছা প্ৰভৃতি সৎ আৰু ন্যায়ানুমোদিত, তেন্তে, তাৰ ঈপ্সিত বস্তু পৰলোকত পাবা; তোমাৰ যদি কাৰ্য্যকাৰণ ভাল হয়, তাৰ ফল পৰলোকত ভুগিবা। সংসাৰক মিছা বোলা কিয়? ইয়াৰ কামৰপৰা আমাৰ পৰলোকৰ আৰু পৰজন্মৰ সুখ-দুঃখ নিৰ্দ্ধাৰিত হয়। এইদৰে কেতিয়াবা ধৰ্ম্মৰ উচ্ছ্বাসৰ দ্বাৰা, কেতিয়াবা বা প্ৰিয়জনৰ শোকে অভিভূত হৈ আশাৰ অস্ফুট আলোকৰেখাৰ দ্বাৰা, কেতিয়াবা বা সংসাৰৰ গতিবিধি চিন্তাত বিমোহিত হৈ মোহৰ অবুজা ভাবৰ দ্বাৰা, আৰু কেতিয়াবা বা বিশ্বকৰ্ত্তাৰ অসীম কৌশল আৰু অনন্তশক্তিৰ কথাত আশ্চৰ্য্য হৈ প্ৰীতি আৰু ভক্তিৰ শক্তিৰ দ্বাৰা মানুহে পৰলোক সৃজন কৰে।

কিন্তু মানব-মন ইয়াতো সম্পূৰ্ণ সন্তুষ্ট হোৱা নাই। যাক হৃদয়েৰে সৈতে ইমান মৰম কৰিছিলোঁ, যাৰ অভাৱত সংসাৰ অন্ধকাৰ, যাৰ গুণত পৃথিবী এতিয়াও নাশ পোৱা নাই, যাৰ করুণহৃদয়ৰ শীতল প্ৰেমবাৰিৰ দ্বাৰা সংসাৰ সঞ্জীৱিত, তেনেহেন মৰমৰ জন, তেওঁক কেনেকৈ এনে অনিশ্চয়তাৰ হাতত সঁপি দিওঁ? তেওঁক কিদৰে অদৃষ্ট আৰু অজ্ঞাত পৰলোকৰ হাতত দি নিশ্চিন্ত হওঁ? মানবে ইয়াক কৰিব পৰা নাই; মানবহৃদয় ইমান অকৃতজ্ঞ বা ইমান কঠোৰ হ'ব নোৱাৰে। আৰু ইয়াৰ আগক্ষণতে যাৰ

লগত জন্ম-মৃত্যুৰ কথা কৈছোঁ, যাৰ লগত সংসাৰত জীৱন যাপনৰ উপায় ভাবিছোঁ, যাৰ লগত ইমান আমোদ ইমান উৎসৱ কৰিছোঁ, এতিয়াই যে আছিল সেইজন এতিয়াই নোহোৱা হব! বিজুলীৰ ৰেখাৰ নিচিনা এটা চক্‌মকনি দি চিৰকালৰ নিমিত্তে মাৰ যাব! ই মানৱ হৃদয়ৰ অসহ্য। চিন্তা কৰিলেও যেন সি ফাটি যায়। এই বাবেই, বিজ্ঞানক উপেক্ষা কৰি গি পৰলোক স্রজন কৰিছিল, তাকো উপেক্ষা কৰিব খুজি মানবে আন উপায় বিচাৰে; আৰু চেষ্টাৰ ফলস্বৰূপ, তেওঁৰ প্ৰিয়জনক, অমৰতাৰ অক্ষয়মালাৰে বিভূষিত কৰে।

কিন্তু অমৰতা কি, আৰু ই যে নিশ্চয় তাৰ প্ৰমাণ কি? অমৰ তো সংসাৰত কাকো নেদেখোঁ; নশ্বৰ সংসাৰত অমৰ বা চিৰস্থায়ী বুলিবৰ তো একো বস্তু নাই। পশু-পক্ষী, কীট-পতঙ্গ, গছ-লতা, সকলো এদিন নে এদিন ধ্বংসৰ হাতত পৰিছেই। পুৰাণত শুনিবলৈ পাওঁ—বিভীষণ, হনুমান, পৰশুৰাম, অশ্বত্থামা, প্ৰভৃতি এওঁলোক অমৰ। কিন্তু সি পুৰাণ মুনিৰ পুৰণি কাহিনী মাত্ৰ। কপিল-পাতঞ্জলৰ নিচিনা জ্ঞানী, ধ্ৰুব আৰু প্ৰহ্লাদৰ নিচিনা ভক্ত, ৰুচি আৰু সুৰথৰ নিচিনা সাধক, ৰাম আৰু যুধিষ্ঠিৰৰ নিচিনা ৰজা, অৰ্জ্জুন আৰু ইন্দ্ৰজিতৰ নিচিনা বীৰ, কালিদাস আৰু ভবভূতিৰ নিচিনা কবি, এওঁলোকৰো এই অসাৰ দেহ শ্মশানৰ ভস্মত পৰিণত হৈছে। যাৰ ওচৰত অভ্ৰ-ভেদী আল্পস্ পৰ্ব্বতৰ তুষাৰমণ্ডিত শিখৰেও মূৰ দোঁৱাইছিল, সেই হানিবল্ আৰু নেপোলিয়ন্, এদিন গোটেই পৃথিৱী যাৰ বীৰহুঙ্কাৰত

বিকম্পিত হৈছিল, সেই আলেক্‌জান্দাৰ, আৰু সমুদায় প্ৰতীচ্য যাৰ পদানত আছিল, সেই জুলীয়চ্‌চীজাৰ্—সকলোৰে নশ্বৰ দেহৰ অবসান হৈছে! যাৰ হিতকৰী চেষ্টাৰ গুণে এতিয়াও ভাৰতৰ নাম আছে, আৰু যাৰ গুণে সনাতন-ধৰ্ম্মই জীৱন পাইছে, সেই কৃষ্ণ, যাৰ মত এতিয়াও পৃথিবীৰ এক-পঞ্চমাংশ লোকৰ ধৰ্ম্ম সেই বুদ্ধদেৱ, যাৰ বৈষ্ণৱী ভক্তিত কঠোৰ তন্ত্ৰ ভ'াহি গৈছিল, যাৰ প্ৰেমতৰঙ্গে ভাৰত ডুবাই ৰাখিছে, প্ৰেমাৱতাৰ সেই চৈতন্য, আৰু যাৰ মত পৃথিবীৰ সকলোতকৈ ক্ষমতাশালী সমুদয় জাতিৰ ধৰ্ম্ম, করুণাৰ মূৰ্ত্তি সেই যিচু খ্ৰীষ্ট—সকলোৱে নিজৰ শৰীৰক শ্মশানৰ সৰ্ব্বভুক্ বহ্নিৰ মুখত আহুতি দিছে। এনে মহৎ মহৎ লোক, এওঁলোকেও অমৰ হব পৰা নাই। তেন্তে অমৰ কোন, অমৰতাই বা কি? পৃথিবীত, এই স্থূল সংসাৰত অমৰতা ক'ত! আচলতে নমৰাকৈ অমৰ হৈ কোনো মানুহ নাথাকে; ই অমৰতা আন ধৰণৰ; তাৰ বাবে আমি আন ঠাইত বিচাৰিব লাগিব।

আগেয়ে কৈ অহা হৈছে, এই দেহৰ বা বাহ্যিক বস্তু সকলোৰে অবসান শ্মশানত। তুমি ধনী, তোমাৰ ধনেৰে জগৎ পূৰ্ণ, তোমাৰ শেষশয্যা শ্মশান; আৰু তুমি নিৰ্ধন, খুজি পেটৰ ভাত মিলাব নোৱাৰা, তোমাৰো শেষশয্যা শ্মশান। তুমি সম্ৰাট্, সহস্ৰ জনপদ তোমাৰ পদানত, তোমাৰ শেষশয্যা শ্মশান। আৰু তুমি পথৰ ভিক্ষাৰী, থাকিবলৈ এডোখৰ ঠাই নোপোৱা, তোমাৰো শেষশয্যা শ্মশান। তুমি বিদ্বান্ তোমাৰ গৌৰৱত জন্মভূমি গৌৰৱান্বিতা, তোমাৰ শেষশয্যা শ্মশান। এইদৰে সকলো প্ৰাণী, সকলো

জীৱ—ডাণ্ডৱ-সক, দুষ্ট-শান্ত সকলোৰে সংসাৰৰপৰা নিৰ্গমৰ পথ শ্মশান। ক'ৰপৰা আহিলা তাৰ কথা নাই, ক'লৈ যাবা তাৰ ঠিক নাই, মাজতে দুদিন লীলা-খেলা কৰিলা—তাৰ অবসান শ্মশানত। জন্মৰ আগেয়ে অব্যক্ত আছিলা, মৃত্যুৰ পাচতো অব্যক্ত হ'লা। দেহ নষ্ট হল সচাঁ কিন্তু তাৰ ফল সংসাৰত ৰৈ গ'ল। এইদৰেই মহাত্মাসকলৰ মাহাত্ম্য তেওঁলোক যোৱাৰ পিচতো জীয়াই থাকে, আৰু সি কাৰ্য্য কৰে। অমৰতা আন একোৰে নহয়, ই মানৱৰ মহত্ত্বৰ। সংসাৰৰ নিয়ম এই, মানুহ মৰি যায়, তেওঁৰ কীৰ্ত্তি চিৰদিন থাকে। কিমান শত শত বছৰ অতীত হ'ল, ৰামৰ পৱিত্ৰ জীৱনৰ অবসান হৈছে, সীতাৰ পৱিত্ৰ জীৱন শেষ হৈছে, কিন্তু ৰামৰ সেই ত্যাগৰ কাহিনী আৰু জানকীৰ সেই করুণ দুঃখৰ কথা এতিয়াও জীয়াই আছে আৰু সেইদৰে মানৱহৃদয়ত আধিপত্য কৰিছে। কিমান দিন হ'ল—মহাৰাণা প্ৰতাপসিংহৰ নশ্বৰদেহ কালৰ কৰাল গৰ্ভত প্ৰবেশ কৰিছে; কিন্তু তেওঁৰ সেই স্বদেশ-ভক্তি, তেওঁৰ সেই স্বাধীনতা-তেজ, এতিয়াও ভাৰতৰ গৰ্ব্বস্থল। এই নিমিত্তেই প্ৰাচীন মুনিয়ে কৈছে "কীৰ্ত্তিৰ্যস্য স জীৱতি।" আৰু এই কাৰণেই আমিও কওঁ—"কীৰ্ত্তিৰ্যস্য স জীৱতি"—যাৰ কীৰ্ত্তি সেয়ে অমৰ, আৰু যাৰ কীৰ্ত্তি তেৱেঁই ধন্য।

এয়ে অমৰতা। ই ৰূপৰ বা দেহৰ অমৰতা নহয়। ৰূপ নশ্বৰ, দেহো নশ্বৰ। এই অমৰতা গুণৰ,—শ্মশানৰ পাচৰ নিশ্চিত বস্তু -- কীৰ্ত্তিমানৰ ই সৌন্দৰ্য্য বিকাশ। শ্মশানৰ সৌন্দৰ্য্য, শ্মশানৰ মহত্ত্ব নুবুজি, তাৰ জ্বলন্ত বহ্নি দেখি ভয়তে থৰহৰি

হ’ব পৰা; কিন্তু শ্মশান সৌন্দৰ্য্য সমাহাৰৰ পৱিত্ৰ ক্ষেত্ৰ, মহত্ত্ব বিকাশৰ পুণ্যভূমি। ইয়াত সকলোৱে লোপ হয় সঁচা; ইয়াত ডাঙৰৰো শেষ, সৰুৰো শেষ; কবিৰো শেষ, কাব্যৰো শেষ; জীৱনৰ শেষ, আশাৰো শেষ ইয়াত প্ৰেম পোৰে, স্নেহ পোৰে; প্ৰেমিক পোৰে, স্নেহৰ পাত্ৰ পোৰে; পাপী পোৰে, পাপ পোৰে; পুণ্যবান্ পোৰে, পুণ্য পোৰে। কিন্তু এই অগ্নিৰ দাহিকা শক্তিৰ যেন বিশেষত্ব আছে। যি সৎ, যি সুকৃতি, সোণৰ দৰে তাৰ বৰণ উজ্জ্বল হয়; আৰু যি অসৎ, লাহে লাহে তাৰ স্মৃতি লোপ পায়। এই কাৰণেই কওঁ—শ্মশানৰ পাচত সৌন্দৰ্য্যৰ পূৰ্ণ-বিকাশ; যি সুন্দৰ, যি সৌন্দয্যশালী, তেওঁৰ অমৰতা; আৰু যি সংসাৰৰ পাপিষ্ঠ, নৰকৰ কীট, তাৰ বিলয়। যাৰ জীৱন উদ্দেশ্যবিহীন, যি নিজৰ জীৱন পাপৰ কুণ্ডত ডুবাই দিছে, সি শ্মশানক নিজৰ প্ৰলয় ভাবি ভয় কৰিব পাৰে; কিন্তু যি যশস্বী, যাৰ কীৰ্ত্তি মহতী, তেওঁ পৱিত্ৰ শ্মশানভূমিলৈ মনৰ আনন্দে অগ্ৰসৰ হয়, আৰু শ্মশানমঞ্চত আৰোহণ কৰি অনন্ত অমৃত আৰু অমৰতাৰ ধামলৈ গতি কৰে।

———

# চেনেহী জননী বন্দে !

চেনেহী জননী বন্দে !

পূজোঁ ৰাতুল তব চৰণ দুখানি, মিলিছোঁ আজি আনন্দে,
কেনে মনোমোহিনী কান্তি ধৰিছা তুমি নন্দনশোভা বিতৰি,
কেনে মনোহাৰী পুষ্পসুৰভি তব বিহঙ্গগীতি-লহৰী ।
ঘোষিছে নিতে তব অতীত কীৰ্ত্তি মহানন্দে কত যুগ ধৰি,
গিৰি সন্ধ্যাচল নবগ্ৰহ, উৰ্ব্বশী নীলাচল, উমানন্দে,

চেনেহী জননী বন্দে !

কত মহাতাপস জিৰালেহি হেঁপাহে তোমাৰেহে কোলাতে নিজানে,
আজিও বিহগ মঙ্গল-আবৃত্তি-মগ্ন তপোবন ধিয়ানে,
শঙ্কৰ-মাধৱে সুললিত তানে ধৰ্ম্ম-অমিয়া বিলালে ।
গালে টোটয়, ভট্টিমা, ডুলড়ী, লেচাৰী বিবিধ ছন্দে

চেনেহী জননী বন্দে !

মহাসতী ৰাণী জয়মতী আদৰিলে মৰণ স্বামীৰ হন্তে,
থাপিলে কীৰিতি জয়দ'ল সাগৰেৰে—ঘোষিব মহিমা কাল অন্তে ;
গদা, ভগ, নৰে, ভাস্কৰ, বাণে প্ৰতাপ থলে অখণ্ডে,
ৰত্ন-ধাৰিণী, বীৰ-প্ৰসৱিনী, গৰিমা-বাহিনী বন্দে,

চেনেহী জননী বন্দে !

——o:o——

# পৰিশিষ্ট।

[ এই পুথিত ব্যৱহাৰ কৰা কঠিন শব্দ আৰু বাক্যাংশৰ অৰ্থ, আৰু বিশিষ্ট লোকৰ পৰিচয়। ]

১৩ পৃঃ চিয়ামত······ইচলাম ধৰ্ম্মাৱলম্বীসকল চিয়া আৰু চুন্নী নামে দুই সম্প্ৰদায়ত বিভক্ত। ভাৰতবৰ্ষ, তুৰ্কীস্থান, তুৰস্ক আৰু আৰবত চুন্নী আৰু পাৰস্যত চিয়ামতৰ প্ৰাধান্য দেখা যায়। চুন্নীসকলে মোহম্মদৰ পাচত আবুবকৰ, ওমাৰ, ওচমান আৰু আলিক যথাক্ৰমে খলিফা পদৰ উত্তৰাধিকাৰী বুলি স্বীকাৰ কৰে। চিয়াসকলে মোহম্মদৰ জোঁৱায়েক আৰু ভায়েক আলিক উত্তৰাধিকাৰী আৰু ভগবানৰ অৱতাৰ বুলি স্বীকাৰ কৰে।

১৫ পৃঃ জাইগীৰদাৰ···[ জাইগীৰ—পুৰস্কাৰ স্বৰূপ ৰজাই যি মাটি দিয়ে ] ৰজাই পুৰস্কাৰস্বৰূপে দিয়া ভুমিৰ অধিকাৰী।

১৬ পৃঃ কুব্লাই খাঁ ( কুবলা খাঁ ) ত্ৰয়োদশ শতিকাৰ মধ্য এচিয়াৰ এজনা বিখ্যাত ৰজা। এওঁৰ ৰাজ্য চীনৰ বিখ্যাত প্ৰাচীৰৰ ওচৰ পাইছিল গৈ। এওঁ ৰোমলৈ দূত পঠাই পোপৰ লগত মিত্ৰতা কৰিছিল।

১৬ পৃঃ মাৰ্কোপোল ( মাৰ্কপলো ) এজন বিখ্যাত ভ্ৰমণকাৰী। এওঁ ইটালিৰ ভেনিচ নগৰত ১২৪৪খ্ৰীঃ অব্দত উপজিছিল। মাৰ্কোপোলে চিৰিয়া, বোগদাদ, খোৰাসান, বাল্‌খ,

ইয়াৰখন্দ, খোটান, গোবী মৰু, চীন, সুমাত্ৰা দ্বীপ পৰ্য্যটন কৰে। ১২৯৫ খ্ৰীঃ অব্দত এওঁ ভেনিচলৈ ঘূৰি যায়।

১৬ পৃঃ মোজেচ (মুষা)···এওঁ খ্ৰীঃ পূঃ ১৫৭১ অব্দত মিচৰ দেশত উপজিছিল। জীৱনৰ আৰম্ভতে এওঁ ভেঁড়া-চৰোৱা ব্যৱসায় কৰিছিল। কথিত আছে, যে মোজেচে ঈশ্বৰৰ আদেশত ইহুদীবিলাকক মিচৰৰপৰা পেলেষ্টাইনলৈ লৈ আছে। এওঁ ইয়াৰ চিনাই পৰ্ব্বতত উঠোঁতে ভগবানৰপৰা কিছুমান বাণী শুনিবলৈ পায়। মোজেচে সেইবোৰ আদেশবাণী ইহুদীবিলাকৰ মাজত প্ৰচাৰ কৰে। মোজেচ ইহুদী-ধৰ্ম্মবিধি প্ৰণয়ন কৰোঁতা।

৬৩ পৃঃ ত্ৰিতয় কাৰ্য্য··· [ ত্ৰিতয়···৩ সংখ্যা, তিনি ] কৰ্ম্ম, অজ্ঞান আৰু সংসাৰ ভয়।

৬৩ পৃঃ কৰ্ম্মজড়··· [ জড়—অচল, এতেকে আৱদ্ধ ] কৰ্ম্মত আৱদ্ধ বা আসক্ত।

৬৩ পৃঃ সংসাৰ-ভয়···[ সংসাৰৰ ভয় ] জন্ম-মৃত্যুৰ ভয়; সংসাৰত পুনঃ পুনঃ জন্মি নানা লালাত ভোগ কৰা ভয়।

৬৪ পৃঃ সগুণ-নিৰ্গুণ ভক্তি···ভগবানত গুণ আৰোপ কৰি সাকাৰ ভাৱে কৰা ভক্তি, আৰু ভগবান সকলো গুণৰ অতীত বুলি ভাবি নিৰাকাৰ ভাৱে কৰা ভক্তি।

৮৭ পৃঃ মহা অনুভৱ···মহানুভৱ।

৯৬ পৃঃ বঁটা বাহন···পুৰস্কাৰ।

১০২ পৃঃ ত্ৰিদিব··· [ ত্ৰি···তিনি—ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ; দিব—ক্ৰীড়া কৰা, দীপ্তি পোৱা ] স্বৰ্গ।

১০৩ পৃঃ দুন্দুভি…ডাঙৰ পটহ, নাগৰা।

১০৩ পৃঃ ত্রিদশ—[ তিনি দশা যাৰ অর্থাৎ দেৱতা ] যাৰ চিৰকাল যৌৱন আছে ; দেৱতা।

১০৩ পৃঃ সৌৰভৰ দৰে শুৱালে আনন্দ…[ সৰস্বতীয়ে আনন্দৰামক পদ্ম আসনত বহুৱাত ] আনন্দৰাম পদ্মফুলৰ সুগন্ধৰ দৰে তাত শোভা পালে।

১০৪ পৃঃ শক্তিশেল—অস্ত্র বিশেষ ; ৰাৱণে এই অস্ত্রেৰে লক্ষ্মণক অচেতন কৰিছিল।

১১০ পৃঃ শম্পা…বিদ্যুৎ।

১১০ পৃঃ গর্ভত্রাস…অন্তৰৰ ভয়।

১১০ পৃঃ ব্রজ…গোষ্ঠ ; মথুৰাৰ ওচৰত থকা গোকুল ; শ্রীকৃষ্ণ বাল্যকালত ইয়াতেই ডাঙৰ হৈছিল।

১১০ পৃঃ বৃষ্টি-দড়া [ দড়া—ডাঙৰ দীঘল জৰী ] বৰষুণৰ ধাৰ।

১১১ পৃঃ ঝঞ্ঝাবাত [ ঝঞ্ঝা যুক্ত যি বাত ] বৰ বেগে বোৱা বতাহ ; বতাহ বৰষুণ।

১১১ পৃঃ পাণিনি—এওঁৰ মাতৃৰ নাম দাক্ষীদেবী। খ্রীঃ ৭০০ বছৰ পূর্ব্বত এওঁ পঞ্জাবৰ শলাতুৰ গাঁৱত ওপজে। প্রথমে পাটালিপুত্রত এওঁ লিখা পঢ়া শিকিছিল ; পাচত হিমালয় পর্ব্বতত তপস্যা কৰি ব্যাকৰণ শাস্ত্রত ব্যুৎপত্তি লাভ কৰে। এওঁ এখন ব্যাকৰণ ৰচনা কৰে। এই ব্যকৰণখন “পাণিনি ব্যাকৰণ” নামে প্রসিদ্ধ।

১১১ পৃঃ কর্ণখাদক…শ্ৰীধৰ কন্দলীৰ কাণখোৱা পুথিৰ পদ্যত লিখা সংস্কৃত অনুবাদ পুথি।

১৪৩ পৃঃ কৰাল…বৃহৎ, ভয়ঙ্কৰ।

„ ক্রোঞ্চমিথুন…[ ক্রোঞ্চ—বক ; মিথুন—স্ত্রী-পুৰুষ ] এজোৰা বক।

১৪৪ পৃঃ কবল…গ্ৰাস।

„ নিস্বন…( নি-স্বন্ + অল ) ধ্বনি, ৰব।

„ দ্বৈপায়ন…( দ্বীপ + অয়ন, ষ্ণ ) যমুনা দ্বীপত ব্যাসৰ জন্ম হৈছিল, সেই কাৰণে ব্যাসক দ্বৈপায়ন বোলে।

১৪৬ পৃঃ সৌজন্য ( সুজন + ষ্ণ্য ) শিষ্টাচাৰ, সজ ব্যৱহাৰ।

১৪৭ পৃঃ উচ্ছ্বাস [ উদ্-শ্বস ( শ্বাস প্রশ্বাস কৰা ) + ঘঞ্ ] বিকাশ।

১৪৮ পৃঃ কপিল…কৰ্দ্দমৰ ঔৰসত দেবহূতিৰ গৰ্ভত এওঁৰ জন্ম হয়। এৱেঁই সাংখ্যদৰ্শন প্ৰণয়ন কৰিছিল।

১৪৮ পৃঃ পাতঞ্জল…পাতঞ্জলিয়ে যোগকাণ্ডৰ এখন দৰ্শন শাস্ত্ৰ লিখে ; এই দৰ্শনক পাতঞ্জল বোলে। পাতঞ্জল শব্দে পাতঞ্জলিকো বুজায়। পাতঞ্জলিৰ পিতৃৰ নাম প্ৰাচীন যোগ।

১৪৮ পৃঃ ৰুচি…প্ৰজাপতি বিশেষ ; আকুতিৰ লগত এওঁৰ বিয়া হয়। এওঁলোকৰ যজ্ঞ আৰু দক্ষিণ নামে দুটা যমজ পুত্ৰ-কন্যা জন্মে।

১৭৮ পৃঃ সুৰথ…চৈত্ৰৰ পুত্ৰ। এৱেঁই পৃথিবীত পোনতে দুৰ্গা পূজা প্ৰচলন কৰে। সমস্ত ভূমণ্ডলত এওঁ ৰাজচক্ৰবৰ্ত্তী আছিল।

১৪৮ পৃঃ হানিবল···খ্ৰীঃ পূঃ ২৪৭ অব্দত এওঁ কাৰ্থেজ নগৰত জন্মে। এওঁৰ পিতৃ হামিলকাৰও এজন বিখ্যাত সেনাপতি আছিল। হানিবলে ন বছৰ বয়সতে, চিৰকাল ৰোমৰ বিপক্ষে যুদ্ধ কৰিম বুলি পিতৃৰ ওচৰত প্ৰতিজ্ঞা কৰে। এওঁ অলপ ডাঙৰ হৈয়েই পোনতে ৰণুৱাৰ কাম কৰে, পাচত সেনাপতি হৈ প্ৰায় সমস্ত স্পেইন অধিকাৰ কৰে। তাৰ পাচত তেওঁ বহুত সৈন্য লৈ স্থলপথে ইটালী আক্ৰমণ কৰে। ৰোমসেনাপতিয়ে হানিবলক বাধা দিব নোৱাৰি হানিবলৰ কাৰ্থেজ আক্ৰমণ কৰে; তাকে দেখি হানিবলে নিজৰ দেশ ৰক্ষা কৰিবলৈ উলটি অহাত ৰোমসেনাপতিৰ লগত ৰণ হয়। হানিবল ৰণত হাৰি পলাই ফুৰে আৰু শেষত বিচ খাই আত্মহত্যা কৰে (খ্ৰীঃ পূঃ ১৮৩)।

১৪৮ পৃঃ নেপোলিয়ন···১৭৮২ খ্ৰীষ্টাব্দত কৰ্চিকা দ্বীপত এওঁ জন্মিছিল। দহ বছৰ বয়সতে এওঁ সৈনিক বিদ্যালয়ত ভৰ্ত্তি হয় আৰু পোন্ধৰ বছৰ বয়সলৈ তাত শিক্ষালাভ কৰে। ফৰাচী ৰাষ্ট্ৰ-বিপ্লবৰ পাচত দেশত সাধাৰণতন্ত্ৰ স্থাপিত হোৱাত নেপোলিয়ন পোনতে "কনচল" পাচত "ৰজা" হয়। ইউৰোপৰ অন্যান্য শক্তিৰ লগত এওঁ কেইবা বাৰো ৰণ কৰে। শেষত ৱাটাৰলু নামে ঠাইৰ যুদ্ধত নেপোলিয়ন হাৰি বন্দী হয়। এওঁ মৃত্যুৰ পূৰ্ব্বক্ষণলৈ চেণ্টহেলিনা দ্বীপত অৱৰুদ্ধ হৈ আছিল। নেপোলিয়ন ১৮২১ খ্ৰীষ্টাব্দত মৰে।

১৪৮ পৃঃ প্ৰতীচ্য ··· [ প্ৰতীচী—( পশ্চিম দিক ) + ঈয় ] পশ্চিম দিশত জন্মা, পশ্চিমদেশীয়।

১৪৮ পৃঃ জুলীয়চ চীজাৰ...এওঁ ৰোমসেনাপতি। এওঁৰ বাহুবলতে ৰোমৰাজ্য বিস্তাৰ হৈছিল। খ্ৰীষ্ট পূৰ্ব্ব ৫৫ বছৰ আগত এওঁ ব্ৰুটন দ্বীপো জয় কৰিছিল।

১৫১ পৃঃ সমাহাৰ...(সম—আ—হৃ+ঘঞ্) সংগ্ৰহ, সমূহ।

১৫১ পৃঃ মঞ্চ...বেদী, টং, ওখ চাং।

